# আবিষ্কাৰ

## তিনিটা চিন

### প্ৰথম অধ্যায়



৩। ৺

শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ
বি·এ, বি টি, বিদ্যাবিনোদ।

প্ৰকাশক : "অসম সাহিত্য মন্দিৰ"
পলোফিল্ড, তেজপুৰ

মুদ্ৰণ : "জনমভূমি প্ৰেছ" যোৰহাট

মূল্য : তিনি টকা

অক্টোবৰ : ১৯৬৪ চন

# সূচিপাত

# আৱিষ্কাৰ

প্ৰায় মানুহেই সুবিধা পালেই নিজৰ কথা বঢ়াই কয়। অতি বিদ্বান বা গুণী জনে নিজক লুকাই ৰাখিবৰ যত্ন কৰে। সেইহে ভাৰতীয় আৰু আন ঠাইৰ সাংস্কৃতিক বিদগ্ধ পণ্ডিত সকলৰ কথা পুৰাকৈ বা অলপো জনা নাযায়। যি পোৱা হয়, সেইখিনি অ'ৰ-ত'ৰ পৰা গোটোৱা বা তেওঁলোকৰ কামৰ পৰা উলিওৱা কথা। ব্যাস-বাল্মিকী মহৰ্ষি সকলৰ জীৱনী, আনকি সৌ-সিদিনাৰ মহাকবি কালিদাসৰ ইতিবৃত্তও তেখেত সকলৰ কাৰ্য্যাৱলীৰ পৰাহে আন্দাজ কৰিব পাৰি। মহাবীৰ আলেক্‌জাণ্ডাৰৰ জীৱনী চন ধৰি উলিওৱা আছে। প্লুটাৰ্কে এনে জীৱনী সুগম কৰি থৈ গৈছে কিন্তু ইউক্লিড (Euclid)ৰ জ্যামিতি আদি লৈ, তেওঁৰ জীৱন লেখেৰি নিছিগা নহয়—যীশু খৃষ্টৰ জীৱনী আছে কিন্তু চন তাৰিখ নথকা আৰু মনীষী—সকলে জোৰা দি কোৱা কথা।

আমি নিজে অতি সামান্য মানুহ। থাৱনে কাণত পিন্ধে তাকেই ক'ব নোৱাৰো। লেখৰো নহও, জোখৰো নহও। সেইবাবে, কেতিয়াবা যে এই জীৱনীৰ দৰ্কাৰ হ'ব, তাকো ভবা নাছিলো আৰু এতিয়াও ভবা নাই। "তেজৰ

হেঁচাৰ” সাংঘাতিক অসুখত স্মৃতিশক্তি অতি ক্ষীণ হৈ আহিছে—আনকি, নিজৰ ঠাই, শিৱসাগৰত, ক'ত কি আছিল—তাকে মনত নপৰে—কোনোবাই সোঁৱৰাই দিলেহে ক'ব পাৰো।

এই মানুহটোৰ জীৱনী লাগে বুলিছে—জীৱনী মানে কাৰ্য্যাৱলী—ক'ত, কি, কেতিয়া, কেনেকৈ কৰা হ'ল, তাকে জনাব লাগে। সমাজ সেৱা, জাতি-সেৱা আদিকে সোধোতাঁ সকলে কৈছে, বোধ কৰো। ইমান ছুটি-অকৰ্ম্মণ্য জীৱন এটাত, সকলো প্ৰকাৰে সমৰ্থহীন এটাই কি কৰিব পাৰে—বা কৰা সম্ভৱ সি সহজে অনুমেয়। তথাপি, বিচাৰিছে যেতিয়া জনাবই লাগিব—শিশুৰ আগত বয়সীয়ালে বৰমাত মতাৰ দৰে।

আমাৰ জীৱনৰ পুৰাতে দেখিলো, এই বিষম জগৎখন কোনে কি মাত মাতে তাক জনাই টান। ঘৰত নিভাঁজ অসমীয়া কিন্তু লগুৱা-লিক্‌চৌবোৰ—শিৱসাগৰ নগৰমহল মৌজাদাৰৰ ঘৰৰ হেনা-হুঁচা মাতৰ মাজত। তেওঁলোকে লেলেতিয়াই বা অনুনাসিক বৰ্ণ দি—চন্দ্ৰবিন্দুৰে—জিভাৰ সকলো শক্তি ব্যয় কৰি কথা কয়। তাৰোপৰি মৌজাৰ ট্ৰাইবেল্ মানুহ আদিয়ে একে কথাকে কিবা ৰকমে কয়।

আমি শাণ্ডিল্য গোত্ৰৰ আৰু আহোম ৰজাই ভাটিৰ পৰা আনি আমাক বিষ্ণুদ'লৰ পূবে ঠাই দি শিৱসাগৰ পুখুৰী পাৰত বহুৱাইছিল; কিন্তু ইংৰাজ অহাৰ লগে লগে আমাক তাত থাকিবলৈ নিদি যমুনাৰ (গড়খাৰৈৰ)



সিপাৰৰ পথাৰলৈ আমাক স্থানান্তৰিত কৰিলে। পিতৃ সকলৰ দিনতে এই ঘটনা। আমি উপজিছো, নতুন ঘৰত—গাৰোৱানপটী—ফাণ্ট্—টোলা—পাচত এই ঠাইৰ নাম“বামুণপতি” হয় গৈ।

মেট্ৰিক দিয়াৰ আগে আগে মাতৃবিয়োগ হয়, আৰু সেই ক্ষতি পুৰাবলৈ অহোপুৰুষাৰ্থ কৰাৰ ফলত মোৰ কাণৰ বেমাৰে বৰকৈ পীড়িলে। কলেজত থাকোতে জাৰকালি এই অসুখ এনে বেছিকৈ হয় যে দহ-পোন্ধৰ দিনমান কোনো গোটা বস্তুকে খাব নোৱাৰো। কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীত আৰু চতুৰ্থ বাৰ্ষিকত সংস্কৃতৰ অনাৰ্চ ৰখাত, পঢ়াৰ হেঁচা বৰ বেছি হৈছিল। লগে লগে অসুখো বৃদ্ধি হৈছিল। ভালেখিনি দেউতাৰ ধন কলিকতাত বেমাৰ চোঁৱাওতে খৰচ কৰিলো। একোজন ডাক্তৰে মাথোন পাঁচ মিনিটমান কাণ পৰীক্ষা কৰি, চিকিৎসা-পত্ৰ লিখি দিওতেই প্ৰায় এশ টকা লৈছিল। শেহত, এজন ডেকা ডাক্তৰে বিনামাছুলে চাই কলে 'আপুনি শীঘ্ৰে গুৱাহাটীলৈ ওলটক আৰু তাত মানসিক পৰিশ্ৰমতকৈ শাৰীৰিক পৰিশ্ৰম বেছিকৈ কৰক।' কথাটো সঁচা। সেইমতে কাম কৰি আজি প্ৰায় পঞ্চাশ বছৰ কাণৰ ব্যাধিৰ কষ্ট পোৱা নাই।

কলেজ এৰিবৰ শেহৰ বছৰত, অসমৰ শিক্ষাবিদ্‌সকল গুৱাহাটীত গোট খাইছিল। সেই উপলক্ষে “একতা-সভা”ৰ পৰা তেখেতসকলক সম্বৰ্দ্ধনা কৰা হৈছিল—কাৰ্জ্জন্

লাইব্ৰেৰীত। তেতিয়াও অসমীয়া হাঁহি উঠা কবিতাই গা কৰিব পৰা নাছিল। আমাৰ "টোৰোক্ টোৰোক্ টোৰোক্, টোক্" কবিতা শুনি সমজুৱাই কিৰিলিয়াইছিল ; আৰু "সাহিত্যৰ ৰজা বেজবৰুৱা, সাৰথি সত্যনাথ" পদ্যই সেই সভাৰ সভাপতি শ্ৰীদুৰ্গাধৰ বৰকটকীৰ স্নেহ আৰু উদ্যোগৰ বাণী কোৱাইছিল। তেখেতৰ কথামতে শুক্লেশ্বৰত তেখেতক লগধৰাত আমাক ক'লে—"বি, এ, আৱশ্যকীয় অঙ্গ কিন্তু এম্-এ আমালৈ কম আৱশ্যকীয় অলঙ্কাৰ। তুমি চাকৰিৰ দৰ্খাস্ত দিয়া। গাওঁ ফুৰা নাই, গাওঁ দেখিবা আৰু চৰ্কাৰী খৰচত বি, টি, পঢ়িবা।"

পৰীক্ষাৰ শেহত সেইমতে দৰ্খাস্ত দি, সময়ত শিৱসাগৰতে স্কুল ছব ইনচ্পেক্টৰ হ'লো। এটা মফস্বল ঘূৰি আহি বি, এ, পাচৰ খবৰ পালো আৰু চাকৰিৰ কথা ঘৰত ক'লো। কোনোৱেই ভাল নাপালে। কাৰণ, সকলোৱে মোক এম, এ, বি, এল হোৱাৰ আশা কৰিছিল হেনো।

স্কুল পৰিদৰ্শকৰ কামৰ দায়িত্ব বহন কৰা সময়ৰ আগছোৱাত প্ৰাইমেৰী স্কুলৰ "ক" আৰু "খ" মান শ্ৰেণী লৈ আমি সদায় ব্যস্ত আছিলোঁ ; কাৰণ, এই দুই শ্ৰেণীতে সাধাৰণতঃ শিশুৰ বয়স নষ্ট হয়—শিশুৰ পিঠিত মুঠামুঠে চেকনি ছিগে হেনো—কৰবাত দুই-এটা শিশুৱেহে গা সাৰি যায়।

ওপৰৰ আন শ্ৰেণীৰ কাম চাবই লাগিব ; আমি কিন্তু "ক" "খ" মানৰ শ্ৰেণীতেহে বিশেষ মনোযোগ



দিছিলো। সেঙুন-নকা শিশু চাই বৰ ভাল লাগে—তাতে যদি চুৰিয়াখন বা পেন্টটো কঁকালৰ পৰা সুলকি যায়—কোবাব খুজিলেই হাত পাতে ; নৌ কোবাওতেই কান্দোন ওলায়—মুখখন ইমানতো হাঁহি থাকে। সুবিধা পালেই পিঠিত উঠেহি।

এইবোৰ চাই চাই বুজিব পাৰিলো যে কোনো জীৱই ওপজা মাত্ৰকে এটা মাত্ৰ শব্দ ধ্বনি কৰে। এই ধ্বনিটো হৈছে "ওম" হেন। সেইবাবে "ওম্" এটা শব্দ আৰু ই আদি—ই শব্দব্ৰহ্ম। "ব্ৰহ্ম" মানে আদি—কাৰণ ; সেইবাবেই শব্দমাত্ৰকেই "ঘাই" বুলি ধৰে।

আনৰ দৰেই অসমীয়ায়ো পোনতে "ওম্" বা "হ্ম" উচ্চাৰণ ভালকৈ আৰু শুদ্ধকৈ কৰে। পিচত ; ক্ৰমে উচ্চাৰণৰ আন ৰূপ লয়। অসমীয়াই—আমি—তলৰ উচ্চাৰণবোৰ যথাযথভাবে কৰিব নোৱাৰো। —ঈ—ঊ—ঌ—ং—ঃ—ট—ঠ—ড—ঢ—ণ—য—শ—ষ—ক্ষ—ড়—য়—ৎ॥ আদিতে এটা স্বৰবৰ্ণৰ সহায় লৈ মাতো—ঙ=উঙ। ঞ—নিঁয়। অশুদ্ধ উচ্চাৰণ কৰো—ঋ=ছ=ড=ঢ॥ স শ ষ মাতো বেছি ভাগেই "হ" বুলি। বৰপেটাত আকৌ "গোহাঁই" শুচি "গোসাই"মতা শুনিছিলো।

আমাৰ আখৰবোৰ পাণিনীয়ে শ্ৰেণীবদ্ধভাৱে সঙ্গীতমূলক কৰি থৈ গৈছে। দাঁত—ওঠ—জিভা—ডিঙি, আদিৰ মাজেদি মুখ বহলাই বা থুপাই দি যথাৰ্থ উচ্চাৰণ কৰিবৰ চেষ্টা

কৰা হয়। আমাৰ আখৰমালা অতি বৈজ্ঞানিক প্ৰণালীৰে সজা বুলিছে। অন্যান্য ভাষাৰ আখৰবোৰে বিভিন্ন আৰু পৃথক উচ্চাৰণ দৰ্শায়। আমাৰ আখৰবোৰৰ প্ৰথম আখৰটো দীঘলাই দিলে দ্বিতীয় আখৰটো পাওঁ। যেনে—অ ··আ ॥ ই···ঈ॥ উ··ঊ॥ ঋ···ৠ॥ ঌ···ৡ॥ এ...ঐ॥ স্পৰ্শবৰ্ণৰ প্ৰথম আখৰৰ পাচত "হ্" লগাই দি মাতিলে পিচৰ আখৰটোৰ উচ্চাৰণ ওলাই পৰে। যেনে—ক্+হ্=খ, গ্+হ্=ঘ॥ চ্+হ্=ছ॥ জ্+হ=ঝ আদি। কিন্তু অনুনাসিক বৰ্ণত এই নিয়ম নাখাটে। ঙ—ঞ—ন—ণ—ম স্বাধীন আখৰ। ইহঁতক ঠিয়ৈ তললৈ উচ্চাৰণ কৰিলে "খাদ"ৰ মাত মাতে।

কোনোৱে বেদৰ উচ্চাৰণ বুলি—"ব শ স হ ক্ষ" শুদ্ধ বোলে। কিন্তু কঁওতাজনেই সেইটো নাজানে। কাশীৰ উচ্চাৰণ—মিথিলা—কাশ্মীৰৰ পৃথক হেন পাঁও। ইংৰাজী আৰু আৰবী কেইবাটাও আখৰৰ উৰ্চ্চাৰণ আমি ভাল দৰে কৰিবই নোৱাৰো।

তাৰোপৰি ব্যঞ্জনবৰ্ণৰ আখৰবোৰ সদায় স্বৰবৰ্ণৰ "অ" যোগ দি মতা হয়। আচলতে ইয়াত "হসন্ত" লগাই জোৰ দি মাতিব লাগে। কিছুমান আখৰৰ উৰ্চ্চাৰণ ভেদে পৃথক সুবুজায়। যেনে—"ছাতিটোৰে নাঢাকিলে চাকিটো নুমাব।"

আখৰৰ উৰ্চ্চাৰণৰ বৈষম্য শব্দত জিলিকি উঠে। যেনে—দ্ৰোণ=দোৰোণ ॥ ভীষঁ=ভীষ্ম ॥ কণ্ব=কণ্ব=কৰ্ণ ॥



বিন্দা=বৃন্দা ॥ এইদৰে ধৰিলে "ঌিঌি" গুচি=লীলী=ঌঌ=ৡ ৡ=লীলী ॥ হয়। আমি=য়ামি=ইঞামি !!! যদি=জডি=ঝডি !!! হ'লেও শুদ্ধহে হ'ব।

ই মানত যে আমাৰ শিশুৱে শুদ্ধকৈ লিখিব পাৰে বা শ্ৰুতলিপিত কমকৈ ভুল কৰে ই অতি আচৰিত কথা। এওঁলোকক শুদ্ধ উচাৰণ শিকালে আৰু যে কিমান আগ বাঢ়িব তাক ভাবিবই নোৱাৰে। হে ভগৱান, সেই দিন বেগাই আনি দিয়া।

এইবোৰ ভাবি·গুণি স্কুলৰ শ্ৰেণী পৰীক্ষা কৰোতে আমি এইবোৰ পৰ্য্যবেক্ষণ কৰিলো। কিন্তু কোনো কথা কাকো ক'ব নোৱাৰি—শিক্ষকে এইবোৰ নামানে—লগৰ পৰ্য্যবেক্ষক সকলে, নিজক কম জনা বুলি নাভাবে। আগৰ নিয়ম নসলায়—কাৰণ, পুৰণি নিয়মতকৈ ভাল একো হ'ব নোৱাৰে। ই স্থিৰ নিশ্চিত। আনৰটোত মত দিলে তেওঁলোকে নিজক তল পেলাব বা আনক ওখ কৰিব লাগিব। সেইটো সহজে হ'বলৈ নিদিয়ে।

অকলশৰীয়া হৈ আখৰবোৰ সজাই পৰাই যাওঁতে ভালেখিনি দিন গ'ল। আকৌ, আখৰবোৰৰ চুক-কোণ উলিয়াই যাওঁতে বহুকাল লাগিল। স্কুল-পৰিদৰ্শন; মন্তব্য লিখা; ওপৰৱালাৰ সন্তোষ বিধান, ৰাইজৰ জেঙামৰা, নৈষ্ঠিকতা ৰাখি চলা, চফৰ ফুৰা আৰু ভাগৰ মৰাৰ পাচত কিমান সময় থাকে, সি সহজে অনুমেয়। জিৰণি পোৱা

মনত নপৰে—মাথোন এটা কথাই মনত লাগি থাকে—সেইটো আখৰ সহজ কৰা।

১৯৩০-৩১ চনত আমি নগাৱঁত। তাত থাকি বৰ ভাল লাগিছিল—পূৰ্ব্ব জন্মৰ আপোন মানুহ যেন তাতে গোট খাইছেহি। ইয়াতে আছে উৎসাহী-কৰ্ম্মী-কাৰ্য্যকুশল ডাঃ শ্ৰীললিতকুমাৰ বৰুৱা। তেখেতৰ যত্নত ১৯৩৪ চনত তাত স্বাস্থ্য-শিল্প আৰু শিক্ষা সম্বন্ধীয় প্ৰদৰ্শনীৰ যো-জা কৰিছে। এই প্ৰদৰ্শনীত মোৰ তিনিটা চিন ICO দেখুৱাবলৈ নিমন্ত্ৰণ পালো। চৌদ্ধ বছৰ, এৰা-ধৰা চেষ্টাত অসমীয়া আৰু ইংৰাজী আখৰ কেইটা কাটি-কুটি আকৌ আগৰ দৰেই কৰিব পৰা হ'লো। বিশিষ্ট সকলক যিটো দেখুৱাবলৈ ভয় আৰু শঙ্কা কৰিছিলো, ডাঃ বৰুৱাৰ খচ্‌খচনিত আৰু যুক্তি-তৰ্কত সেইটো সদৰিকৈ দেখুৱাবৰ সাহস জন্মিল। নগাৱঁৰ চৰ্কাৰী উচ্চ বিদ্যালয়ৰ এটা কোঠাত মোৰ তিনিটা চিন সম্পূৰ্ণে ব্যাপক ভাবে বিভিন্ন পৰ্য্যায়ত প্ৰকাশ পাইছিল। এই আবিষ্কাৰ দেখুৱাবলৈ মিচেচ্‌ পঞ্চমী খৃষ্টানী আদি উৎসাহী শিক্ষয়িত্ৰীয়ে নিজে আগবাঢ়ি আহিছিল। সুৱঁৰি ভাল লাগে, তেখেতসকলে মোতকৈ ভালকৈ, নিয়াৰিকৈ, তিনিটা চিন অতি দক্ষতাৰে দেখুৱাইছিল।

তেতিয়া আমি শিৱসাগৰৰ ডেপুটী ইন্‌স্পেক্তাৰ। "নাফুক" নামক চাহ-বাগিচাত থকা "বি" শ্ৰেণী স্কুলখন চাবগৈ লাগে। গৈ দেখো, স্কুলখন বেছ সজোৱা। শিক্ষকজন বহি থাকে। হাতত এছাৰি নাই। এইবাৰ কেইটামান মজদুৰে কোৰ মাৰি আহিছে। স্কুলৰ ফুলনিত কোৰবোৰ থৈ মানুহবোৰে শিক্ষকৰ হুকুম লৈ সোমাই আহে। য'তেই ঠাই পায়, তাতে বহে আৰু শিক্ষকে পাঠ পঢ়ায়—ছাত্ৰই জোটাই-জোটাই পঢ়ে। এইন্টামানৰ পিচত শিক্ষকৰ আদেশ লৈ, সেইবোৰ গুচি আহে। এইবাৰ আহিল, কিছুমান কুলিয়নী—তেওঁলোকৰ ভৰি-হাত-মুখ পৰিষ্কাৰ-পৰিচ্ছন্ন। মাজৰ বৰ মেজ এখনত কিতাপ জমা থাকে—যাৰ যি ল'বৰ মন যায় লয় আৰু পঢ়িব ধৰে। শেহত, হয়তো কোনোবা তিৰুমীমানে ক'লে—"আজিৰ কাৰণে এখন কিতাপ "দিবেক"। ততালিকে লৈ যায়। চাহঘৰত কাম কৰা বোৰে ৰাতিও পঢ়ে। গোটেই ৰাতি স্কুল চলি থাকে। শিক্ষক তিনিজন, পাই পতি আঠঘণ্টাকৈ কাম কৰে। কোনো নিৰ্দ্দিষ্ট কাৰিকুলাম্ নাছিল। আখৰ আৰু সংখ্যা মাতিব পৰা আৰু বৰ বেছি—জোটাই পঢ়িব পৰা আৰু যোগ-বিয়োগ কৰিব পৰাই কাম আছিল। মেনেজাৰজন এজন খৃষ্টান্ পাদুৰী। তেওঁৰ মতে শুদ্ধ-পৰিশ্ৰমী জনে "থ্ৰি আৰ্টচ্"—"ৰীডিং-ৰাইটিং"- ৰিথ্‌মেটিক্ (গণনা) জানিলেই হয়।

আকৌ "নামতি-আলিৰ" ওচৰৰ "চাৰি আলি মোক্তান্" তাত ল'ৰাবোৰে টুপীনিপিন্ধি আৰু ছোৱালীবোৰে মূৰত ওৰণি নোলোৱাকৈ "কোৰাণ" আদি নপঢ়ে। ল'ৰাবোৰে পঢ়াৰ লগে লগে ছোৱালীবোৰেও পঢ়ে; আৰু লগতে

মৌলবী গৰাকীয়েও সুৰ লগাই চিঞঁৰি পঢ়ে। শিশুবোৰক কোনো পাঠ ধৰা নেদেখো বা ভুলবোৰ শুধৰোৱা নেদেখো। হাতত এডাল চেকনি থাকে, কিন্তু তাক ব্যৱহাৰ কৰা দেখা নাছিলো। ফলত, শিশুবোৰে হাঁহি-মাতি, গাই-গায়েই স্কুলৰ সময়খিনি কটায়। ছাত্ৰ-ছাত্ৰীৰ লগত একেৰাহে মাতি থাকিব পৰাও শিক্ষকৰ ধৰ ধৈৰ্য্যৰ চিন। এনে শিক্ষা-দানতো শিশুৱে শিক্ষা পোৱা আচৰিত কথা।

কোঁঞৰপুৰৰ এজন শিক্ষকে ঘৰলৈ হাজিৰা বহীখন আনি, ন-ছোৱালীৰ আগত ল'ৰা-ছোৱালীৰ নামবোৰ এটা এটাকৈ মাতি মনে-পতা শাসন কৰে বুলি জানি, আমি নিজে আহি কথাৰ সত্যতা বুজি, ঠাই সলাই দিয়াত, বহুতে আমাৰ শলাগ লৈছিল; কিন্তু সেই শিক্ষকজনে মোৰ অমঙ্গল কামনা কৰি "ৰৰসবাহ" পাতিছিল বুলি কেই গৰাকী-মানে জনাইছিল।

অসম উপত্যকাৰ মিষ্টাৰ আৰু মেৰ্চাচ্ কচ্‌গ্ৰেভ্ চাহাব-মেমে ( Cosgrave ) বেৰত ৰঙা-নীলা কাগজ ডাঙৰকৈ কাটি তিনিটা চিনেৰে অসমীয়া-ইংৰাজী আখৰ—শব্দ লিখাৰ উপৰি, সাধাৰণ চিত্ৰবোৰ—জখলা—চিলট—কিতাপ -জুই-আদি দেখুৱা অতি সাৱধানে আৰু মন দি বহুবাৰ ঘূৰি ঘূৰি চাই ফুৰিছিল। সেই একে সময়তে ডক্তৰ মৰিছে ( Dr. Moris বোধকৰো ) স্বাস্থ্যবিভাগৰ ডাইৰেক্তৰো তাত সোমাইছিলহি। মিষ্টাৰ কচ্‌গ্ৰেভ্ আৰু তেওঁৰ মেমৰে সৈতে



বহুতো পৰ কথা পতাৰ পাচত, ডাঃ মৰিচে মাতি আনি চিনা-পৰিচয় হৈ আমাক ক'লে—"আমাৰ দেশত হলে, পেটেণ্ট্ নকৰাকৈ এইটো কেতিয়াও প্ৰদৰ্শনীত নেদেখুৱালে-হেঁতেন। কোনে জানে, তোমাৰ এইটোৰেই তোমাক কেই কোটি টকা দিব পাৰে?" মই ক'লো—"চাৰ, মোক বলিয়া নকৰিব। দুবেলা দুসাজি খোৱাৰ চিন্তাত—থকা মানুহক এনেকৈ বলিয়া নকৰিব। আমাৰ দেশত এনে কথা নাখাটে।"

প্ৰদৰ্শনীৰ শেহত প্ৰথম—শ্ৰেণীৰ চাৰ্টিফিকেট এখন পালো। এয়ে পৰম লাভ। আকৌ মফস্বল—আকৌ স্কুল চোৱা, মফস্বলৰ পৰা ঘূৰি আহি, সদায় বন্ধু-বান্ধৱক দেখা কৰো। ওচৰৰ শ্ৰীভুজেন্দ্ৰ মহন্তৰ ঘৰলৈ এদিন মাতি পঠি-য়ালত গৈ দেখিলোঁ, তাত আছিল শ্ৰীলৰো শইকীয়া আদি সমাজৰ বিশিষ্ট কেইজনমান। তেওঁলোকে ক'লে—"বৰ-ঠাকুৰৰ "তিনিটা চিন" পেটেণ্ট্ কৰিব লাগে" অৰ্থাভাব দেখুৱাই নিজৰ অসামৰ্থ্যতা জনালত তেতিয়াই নগদ পাঁচ টকা ধাৰলৈ বেঙ্কৰ ফৰমত চহী লৈ দিলে আৰু তেওঁলোকৰ ঘৰৰ আগেদি যোৱা শ্ৰীপূৰ্ণ শৰ্ম্মা বি, এল উকীলক মাতি মোৰ লগত কলিকতালৈ গৈ পেটেণ্ট্ কৰিবলৈ ক'লে। তেওঁ কিন্তু কোনো ফিজ্ নাপাব।

সেই মতে কথা হ'ল। আমি দুয়ো কলিকতালৈ গৈ পেটেণ্ট্ অফিচলৈ আহ-যাহ কৰিবলৈ ধৰিলো। অফিচৰ আগৰ বাটটোত ন/দহ মান বজাত ইমান মটৰৰ ভিৰ যে

বিৰ্, দি সন্ধি পাবৰ বাট নাই। তাৰোপৰি, তাত "ৰিকক্া" "ৰিক্-কা" কিৰ্কিৰিয়া মাতে কাণ তাল মৰাই, আমাক ব্যতিব্যস্ত কৰি তোলে। পাচতহে বুজিলো যে এই গাড়ীবোৰ যায় হাই-কোৰ্টলৈ আৰু "ৰিক্কা" মানে ৰেচ্-কোৰ্চ্। সেইদিনা ৰেচ্ কোৰ্চৰ কোন ঘোঁৰাৰ কি নম্বৰ, কোন ঘোঁৰাৰ ইতিবৃত্ত কেনেকুৱা, তাক জনোৱা পুস্তিকা, টেঁটু-ফুলা ল'ৰাটোৱে দুই-চাৰি হেজাৰ বিকি ধন ঘটিছে। সেই সময়ত সেই বাট পাৰ হোৱা বৰ বিপজ্জনক। ঘপহ কৰে কোনোবা গাড়ী আহি একেবাৰে মথিমুৰ কৰিবহি পাৰে। বাটত থকা চিপাহীকে আশ্ৰয় লৈ আমি দুচেও মানৰ মুৰতহে আলি পাৰ হওঁ। এতিয়া আমি পেটেণ্ট্ অফিচত। "পেটেণ্ট্ আইন" বেলেগে কিনিবলৈ পায়। লগতে পেটেণ্ট্-লিষ্টিও পায়। তাত আছে আজি কেইবাশ বছৰৰ ভিতৰত কোন প্ৰদেশৰ কোনে কোনে কি কি পেটেণ্ট কৰিছে, তাৰ লেখ আৰু বিৱৰণ। ক'বলৈ দুখ লাগে যে ইংৰাজৰ দিনৰ পৰা অসমত চাহ-সংক্ৰান্ত কিবা মেচিন এটাৰ বাহিৰে আন একো পেটেণ্ট নাছিল। তাৰো কৰ্ত্তা এক ইংৰাজ।

তাত নাথাকিলেও, আমাৰ মনত পৰে নাম নথকা শ্ৰীহাতীবৰুৱাৰ কথা। তেখেতক আমি সৰুতে দেখিছিলো— শিৱসাগৰৰ আবেলিৰ বজাৰ হাটত। তেখেত সুন্দৰ-সুশ্ৰী-লোডোৰ-পোডোৰ দেহাৰ, আজানুলম্বিত বাহুৰ। বজাৰৰ



কোনো এঠাইত খৰিৰে চিন দি লৈছে, নিজৰ ৰাজ্যৰ। থাকি, থাকি, তেখেতে মাতি-গৰ্জ্জি উঠে "মাৰ, মাৰ, বগা বঙালক ধৰি মাৰ।" খৰি এডাল টোঁৱাই কয়—"টোঁৱা, টোঁৱা, হিলৈ টোঁৱা। মাৰ, বগা বঙালক ধৰি মাৰ।"

কোৱা শুনিলো, এই হাতী বৰুৱা ডাঙৰীয়াই এড়ি-কটা অভিনৱ যতৰ এটা সাজি পেটেণ্ট্ কৰাবলৈ লৈ গ'ল। অকস্মাৎ এজন ফৰাচীৰে সৈতে দেখা হ'ল। চা-চিনাকী হৈ হাতী বৰুৱাৰ উদ্দেশ্য বুজি যতৰটো এৰাতিৰ কাৰণে চাবলৈ হাতত ললে। পাচদিনা দুপৰীয়া গৈ বুজিলে যে তেওঁৰ দৰ্খাস্ত অফিচে নলয়। কাৰণ, তেনে এটা যতৰৰ দৰ্খাস্ত তেওঁলোকৰ হাতত পৰিছেই। তেতিয়াৰ পৰাই হাতীবৰুৱা ডাঙৰীয়াৰ মস্তিষ্ক-বিকৃতি ঘটিল। তেখেতৰ হুবহু মূৰ্ত্তি এটাই তেতিয়াৰে পৰা ট্ৰাইবেল ভাৰতবাসীৰ মাজত মিউজিয়েমত আমি দেখিছো।

দহমান বজাতে "এক্জামিনাৰ"-পৰীক্ষক জনক—দেখা কৰি, আগৰাতি লিখি নিয়াখিনি শুধৰাই এক-দুইমান বজাত ইষ্টাৰ্ণ হোটেলত খাই,জিৰাই মই দপ্তৰীবিলাকৰ ভালৈ যাঁও—কাগজ চাবলৈ আৰু দৰভাও কৰিবলৈ। শ্ৰীশৰ্ম্মাই নিজৰ কামত ঘূৰে। দপ্তৰীবোৰ আমাৰ তাৰ দৰে মিঠাই-দপ্তৰী বা দয়া-দপ্তৰী নহয়। বহী-কিতাপ চিলোৱাই তেওঁলোকৰ কাম নহয়। তেওঁলোকৰ কি বিৰাট-বিৰাট একোটা কাগজৰ গুদাম ঘৰ আছে দেখিলে তভক্

লাগে। তেওঁলোকৰ একোটা অফিচত শ-শ কৰ্ম্মচাৰী। সন্ধ্যা ঘূৰি আঁহোতে এনে এটা কৰ্ম্মচাৰীয়ে আমাৰ জেপৰ সকলো লুটি লৈছিল। "আই কামাখ্যা দেশৰ মানুহ" বুলিলত ভয় কৰি সি সেইবোৰ আকৌ শোধাই দিলে, জানিবা।

এই দপ্তৰী সকলৰ সাহায্যত, আৰু ক'ত কিমান দামত কি বস্তুৰে আমাৰ "তিনটা চিন" তৈয়াৰ কৰিব পাৰি তাৰ বাতৰি ল'লো। সহজে সেইবোৰ পোৱা নাযায়। দিনেপতি পেটেন্ট্ অফিচলৈ গৈ আমাৰ আমনি লাগিল। উকীল শ্ৰীপূৰ্ণ শৰ্ম্মাই দৰ্খাস্ত এখন লিখি লৈ যাব—পৰীক্ষক জনক দিবগৈ। তেওঁ চুঘন্টামান মন দি চাই কিবা এটা ভুল ধৰি ওলোটাই দিব। সেই অফিচৰ গৰাকী পেটেন্ট্ অফিচাৰৰ ওচৰলৈ সহজে আমি যাব নোৱাৰো।—যি চাৰি-ছজন পৰীক্ষক আছে—তেওঁলোকৰ এজনক আমাৰ সম্পৰ্কত লগ ধৰিবলৈ হুকুম পালো। এই পৰীক্ষকজনৰ কোঠাৰ আগত তেওঁৰ নামটো মিঃ ঘোষ ছাপা হৈ লিখা আছে। তাতকৈ বেছি কথা কোনেও নকয় আৰু ক'লেও হেনো জগৰ লগা অপৰাধ। নিজৰ ওপৰত আমাৰ বিশ্বাস ইমান হেৰাই গৈছিল যে আমি সেই পৰীক্ষক মিঃ ঘোষৰ থকা ঠাইৰ বাতৰি লবলৈ বিচাৰিলো। চাপ্ৰাচীটোৱে মুখত হাত দি আমাক বন্ধ কৰিলে। "চাওক, এইবোৰ সুধিলে আপোনালোকক আটক কৰিব।"



আমি নিৰুপায়ত পৰিলো। এসপ্তাহ হৈ গ'ল। হাতৰ ধন খীণাই আহিছে। শ্ৰীশৰ্ম্মাই এটা বুদ্ধি উলিয়ালে। প্ৰত্যেক পুৱা অফিচলৈ যোৱাৰ আগতে টাইপ্ কৰি ( Remington Co. ৰ এটা writer এই উদ্দেশ্যে Hire-purchase ত লৈছো ) দৰ্খাস্ত লৈ যাওঁ। সেইদিনা লাইব্ৰেৰী-কোঠাত মোক বহুৱাই থৈ নিজে পৰীক্ষকৰ ঘৰ সোমাল। আন-কাল দৰ্খাস্তকাৰী লগত থাকিব লাগে। ইতিমধ্যে, শ্ৰীশৰ্ম্মাই দৰ্খাস্তখনৰ ওপৰত আপত্তি থকা শব্দবোৰ কটাই, মিঃ ঘোষৰ হতুৱাই কাঠ পেঞ্চিলেৰে লিখাই ললে। টিফিন্-পিৰিয়ড হোৱাত সকলোটিয়ে বিদায় লৈ ঘৰাঘৰি আহিলো। পাচ-দিনা আকৌ সেইখন type কৰি লৈ আহিলো। আগৰ শুধৰণি খনেৰে সৈতে মিলাই মিঃ ঘোষক দেখুৱালে। এই-বাৰ দৰ্খাস্ত গ্ৰহণ কৰিলে। এই দৰ্খাস্ত গ্ৰহণ বহু ভাগ্যৰ ফল। ই পেটেন্টৰ সূচনা মাথোন।

ইয়াৰ পাচত, সেই আবিষ্কৃত বস্তুৰ সাৰ্থকতা আৰু এনে কিবা এটা বৃটিছ-দ্বীপপুঞ্জ বা তাৰ সংশ্লিষ্ট ৰাজ্যত আৰু অন্যান্য দেশত আছেনে নাই, তাৰ সন্দেহ লৈহে ছমাহ চাই ল'ব। তাৰ পাচতহে পেটেন্ট ছীল ( মোহৰ ) মাৰি গজগজীয়া কৰিব। ১৯৩৪ চনৰ আগষ্ট মাহৰ বাইশ তাৰিখৰ ২১২১৭ নং আমাৰ পেটেন্ট্ চৌহদ। পোনেই দৰ্খাস্ত লওঁতে আৰু ছীল মাৰোতে মুঠতে চল্লিছ টকা খৰচ পৰিছিল। দৰ্খাস্ত গ্ৰহণৰ দিন ধৰি, মোৰ ওপৰৱালা এজনে কৈ আছিল—

"পেটেন্ট্ যদি নিজে কাৰ্য্যকৰী কৰে তেন্তে বহুত ধন লাগিব। সেই ধন আপোনাৰ নাই। "ৰাইট্"—ক্ষমতাটো মোক দি দিয়ক। চাকৰিত আপোনাৰ যে উন্নতি হবই, সুখে-স্বচ্ছন্দে দিন নিয়াব পাৰিব।"

## তিনটা চিন

পেটেন্ট্ হৈ অহাৰ পাচত, মোৰ আৱিষ্কাৰ কাক দেখুৱাম? কোনে আগ্ৰহ কৰিব? এনে এশ এটা চিন্তাই মনত থৌকি-বাথৌকি লগালে।

১৯৩৪ চনৰ সেই ৰাজ্য জুৰি হাঁহাকাৰ হোৱা কালত যেতিয়া মানুহে অভাৱৰ তাড়নাত, গৰু একোজনী তিনি-চাৰি টকাত বেচিছিল, লৰা-ছোৱালী পোহপাল যাবৰ কাৰণে একো গৰাকী মহিলাই নিজক মাহিলি সামান্য টকা কেইটামানৰ কাৰণে নগাওঁ চহৰত বিকা পাইছিলো। সেই কালত সৌভাগ্যক্রমে মই কপিলি বানপানীৰ বিলিফৰ কামত আছিলো। দিনে চাৰিশ মোণ চাউল আৰু সেই অনুপাতে নিমখ বিলাবলৈ পাইছিলো। ৰাতি টৰ্চ্চ লৈ নাওঁ নাওঁবৈচাৰ লগত গৈ পানীত বিপন্ন হোৱা লোক-সকলক সেৱা কাৰ্য্য চলাইছিলোগৈ। এনেকৈ একেৰাহে এমাহতকৈও সৰহ দিন কামপুৰ বঙলাত থাকি অতি



সংকীৰ্ণ আৰু বিপন্নভাৱে বিশ্ৰামহীন হৈ দিন গৈছিল। কামপুৰৰ পৰা নগাৱঁলৈ আহিবলৈ বাটটোৰ সাত কি সোতৰ ঠাইত ছিঙি গৈছিল। নিজৰ ল'ৰা-তিৰোতা বা অন্যান্য খবৰলৈ চিন্তা নকৰিবলৈ সেই সময়ৰ উপাযুক্ত মিঃ মাৰাৰ চাহাবে যথেষ্ট সহায় আমাক, কৰ্ম্মীসকলক, কৰিছিল। আমাৰ শলাগ লৈ তেতিয়াৰ গৱৰ্ণৰ চাৰ মাইকেল্ কীণ্ চাহাবে K.C.S I C.I.E. এখন অত্যুত্তম চাৰ্টিফিকেট আমাক দিছিল। সেইবাবে, পোন—প্ৰথমে তেখেতক এই "তিনিটা চিন" দেখুৱাবলৈ এটা বাকচত ভৰাই সুন্দৰকৈ সজাই দিছিল বন্ধুবৰ শ্ৰীযুত অমল শৰ্ম্মাদেৱে—"বৰদিনৰ ওলগ" হিচাবে তেখেতলৈ পঠিয়ালো। গ্ৰহণ কৰি তেখেতে লিখোৱালে—

"His Excellency was interested in your invention"—(Sd) REPEEEL, Captain P. S. to H.E Jany. 22—1935.

ইয়াৰ পিচত, অসম উপত্যকাৰ কমিছনাৰ মিষ্টাৰ জে, চি, হিগিঞ্চ্ চাহাবক দেখুৱাই আৰু নগাঁৱৰ ডি, চি উপাযুক্তক দেখুৱাই প্ৰশংসা পালো।

Sj. Kurudeswar Barthakur has demonstrated to me an ingenuous invention of his for teaching the alphabets and language by

means of dots, lines and curves, combined to form the letters—J. C. Higgins.

Gauhati
31-10-35

Commissioner
A.V.D.

Sjt. Kumudeswar Barthakur Sub-inspector of schools of this District, after Years of labour, has invented a simple method of teaching kiddies the alphabets.

He has shown me, how by the combination of a line, curve, and a dot, alphabets of any language can be made. This method is certainly well worth a serious trial, and will mean an important innovation in Educational methods.

12-10-35.

Sd/ — K. W. P. Marar.
D.C. Nowgong Assam.

The Health, industrial and educational Exhibition Nowgong.

* * * *

any alphabets of any language of the world, with any or all signs viz I C. O. He demonstrated, with all success, in forming the alphabets of English, Sanskrit, Arabic, Assamese, Bengalee, Gujrati, Latin etc. Pronoun-



ciation with the formation of letters and words, according to the word-taking and word-making play and kindergarten process can be taught with them, very easily and without failures.

The committee being pleased with all his exhibits and innovations award him this first class certificate of honour.

J. M. Sikdar.
Secy. District Branch
Indian Red Cross
Society.

Sd/- Md. Chowdhury.
President, District
Branch.
Indian Red Cross
Society.

নিখিল-ভাৰত-শিক্ষা সন্মিলন—একাদশ অধিবেশন

## নাগপুৰ—১৯৩৫ চন

আমাৰ তিনিটা চিণৰ পাচতে এই অধিবেশনৰ কথা কাকত বোৰত পাই আমিও তালৈ য'বলৈ মন মেলিলো। তেতিয়ালৈকে "তিনিটা চিণৰ" দৰে কোনো পেটেন্ট্ হোৱা নাই। নাইনিতালৰ শ্ৰীদেৱীদত্ত শৰ্ম্মাই হজবৰল কৰি ছাব্বিশটা চিনেৰে আখৰ সজা তৈয়াৰ কৰিছে। কিন্তু খাবখোৱা মই "তিনিটা চিন আৰু সহজ আখৰ শিক্ষা"

শিতান দি অধিবেশনৰ চেক্রেটাৰীলৈ নিবেদন জনালো। অসম গৱৰ্ণমেণ্টেও আমাক প্ৰতিনিধি-নিৰ্ব্বাচন কৰি পঠিয়ালে।

## ডেলিগেট্ নং ৬২০ নাগপুৰ নি-ভা-শি-স-১৯৩৫

অধিবেশনত গৰাকী সকলে আমাক ঠাই দিলে।

"যাবা বৈকুণ্ঠলৈ খাবা কি?" পেটেণ্ট্ কৰিবলৈ যোৱাৰ পিচৰ পৰাই আমাৰ দুৰ্গতিৰ সীমা নোহোৱা হ'ল। এনে ভাগ্যবিপৰ্য্যয়ৰ কথা আগতে আমি আন্দাজ কৰিছিলো। চাকৰিত স্থানান্তৰিত কৰাৰ উপৰিও, একে বছৰতে দুই-তিনি ঠাইলৈ আমাক বদলি কৰিছিল। আমি কিন্তু ক'লৈকো নগৈ গুৱাহাটীতে ৰলো। সেইসময়ত গুৱাহাটীত থকাটো মোৰ অপৰিহাৰ্য্য হৈছিল। ঘনাই কলিকতালৈ যাব লগাত পৰিছিলো--পেটেণ্ট্ বিকাৰ চেষ্টা কৰিছিলো। ল'ব পৰা সকলো ছুটি লৈছিলো—চাকৰিকাল মোৰ ওৰ পৰে হেন হৈছে।

এই সময়তে নাগপুৰ মহাসভা। সেইদিনা বিয়লি বেলিকা নাগপুৰ পাইছোগৈ। পৃথুবীৰ সোঁমাজত যেনে নাগ্ বহুৰায়, ভাৰতৰ সোঁমাজত এই" নাগপুৰ", - বোম্বাই কলিকতাৰ মধ্যস্থলত। ষ্টেছনত নামিয়েই দেখিলে বুৰঞ্জীবিখ্যাত ভোঁছলাৰ প্ৰকাণ্ড ওখ দুৰ্গ আৰু কেউফালে ঘেৰি থকা



প্ৰকাণ্ড ওখ গড়। ইয়াৰ পৰা যানবাহনেৰে আমাক অধিবেশন-ক্ষেত্ৰলৈ লৈ গ'ল। তাৰ গাতে আছিল সাত-আঠ শ প্ৰতিনিধিয়ে থাকিব পৰা, বহা আৰু একেলগে খাব পৰা মজিয়া। কিন্তু সকলো নিৰামহীয়া, মাছ-মাংস বিহীন। ইয়াতো ভাত দিয়ে এমুঠিমান। ৰুটী আৰু তাতে চালি থাকে গৰম নিখুঁত গৰু-ঘিউ; পিচলৈ দিয়ে প্ৰায় আধেৰ টাট্‌কা গৰু-গাখীৰ। গোটেই ভাৰতৰ মণীষী সকল ইয়াত গোট খাইছে। মই ধৰা পৰো যেন লাগি গ'ল ভাগ্যে, কিমানলৈ পঢ়া কোনোৱে নুসুধিলে। দেখি জীৱন ধন্য হৈ গ'ল। ঠাই পালো দুজন কাশ্মিৰী পণ্ডিত দুজন তামিল্ বিদ্বানৰে সৈতে। "পণ্ডিত" মানে কাশ্মীৰত ডাঙৰীয়া। "কাওৰ" মানে পঞ্জাবত "আইদেউ।" ইয়ালৈ অহা সকল আমাৰ ভিতৰত সৰস্বতীৰ বৰপুতেক। ইয়াত ভাতক "চাউৰ" কয়। আৰু ইয়াকো এহেতো মানহে খায়। বেছিকৈ লোৱা দেখি মোক একৰকম "ৰাক্ষস" বুলিছিল। যোৱাৰ দিনা সন্ধ্যাই দেখিলো, এগৰাকী মহিলা—তেখেত যিপিনে যায়, সেই পিনে দি সকলো মানুহে হাত যোৰ কৰি থাকি সম্ভ্ৰম জনায়। পম্ খেদি জানিলো যে তেখেত মিচেছ্ তাম্বে—জাষ্টিচ্ তাম্বেৰ পৰিবাৰ, নাগপুৰ বিশ্ববিদ্যালয়ৰ মহিলা—কলেজ খুলি, তাত বিনা-বেতনে প্ৰিন্সিপেল্—ৰাইজে আপত্তি কৰাত মাহে পাঁচ টকাকৈ বানচ লয়। তেওঁৰ মূল্যবান গ্ৰন্থবোৰ বিকি তাৰ লাভৰ

ধনেৰে নিজৰ কাপোৰ লয়। খায়, থাকে ছাত্ৰী সকলৰ লগত। দয়া কৰি, তেখেতে আমাৰে কথা হোৱাত সন্তোষ পাইছো। সেই সময়ৰ অসমীয়া কাকতত এই বাৰ্ত্তা দিছো।

আৰু এজন দেখিলো অধ্যাপক তান্‌সেন্—বিখ্যাত সঙ্গীতজ্ঞ পুৰুষ তানসেনৰ বংশধৰ। এওঁ চৰ্কাৰী কলেজৰ অধ্যাপকৰ কাম এৰি নিজে তানসেনৰ সঙ্গীত-চৰ্চ্চা কৰিছে। আমাক নিমন্ত্ৰণ কৰি, তেখেতৰ ঘৰত সঙ্গীত শুনাইছিল। তান্‌সেনৰ আজোনাতি সঁচাই তানসেনৰ উপযুক্ত। তান-সেনৰ গীত মাতৰ বোল আদি ৰক্ষা কৰিবলৈ তেখেতে এখন বৃহৎ কিতাপ প্ৰণয়ন কৰিছিল। আমি বহুতে সেইখন প্ৰকাশ কৰাৰ বাবে অলপ বৰঙণি দান কৰি আহিছো।

অধিবেশন প্ৰথম দিনা উদ্বোধন কৰিছে স্বয়ং ভোঁছলাই, আঠোটা ঘোঁৰাই টনা বাগীত গৈ। এজোৰ দুজোৰ ঘোঁৰাৰ পিচত ৰং বেৰঙৰ চোগা-চাপকন পিন্ধা মুৰত টোপৰ লোৰা আৰ্দ্দালী-ৰক্ষক দল। ভোঁছলা আহি পোৱা মাত্ৰে বৰটোপ দুবৈত ফুটিল। সকলোৱে থিয় দিলে। নমস্কাৰ জনালে; আৰু সভাপতি মাননীয় ছেছাদ্ৰি মহাশয়ে আগবাঢ়ি আহি, দলদোপ হেন্দোলদোপ লগাই মঞ্চলৈ লৈ আহিল। ভোঁছলা বীৰ সন্তান সন্দেহ নাই। চকু কেইটা এনে টেলেকা-টেলেক্ যে দেখিলেই ভয় লাগে। কি ভীষণ মাত। এনে ভীষণ-ভয়াবহ বীৰ প্ৰদেশৰ লোক নাথাকিলে



জানো দেশ ৰক্ষা হয়? ভোছলাঙ্গী তেতিয়াই বহুতো অনুষ্ঠানৰ স্থাপনকৰ্ত্তা আৰু দাতা।

তাত দেখিলো বোবা-কলা-কথাৰ শিক্ষা পদ্ধতি। তেনে একোজনে একোটা পদ্ধতিৰ সহায়েৰে বহুতো বিদ্যাৰ গৰাকী হৈছে। এনে ছাত্ৰতকৈয়ো তেওঁলোকক শিক্ষা দিয়া শিক্ষক সকলকহে আমি শলাগিব খোজো। অনৰ্গল, একেৰাহে-আমনি নলগাকৈ তেনে অঙ্গবিকল-জনক শিক্ষা দিব পৰাটো এটা বিশেষ গুণবিশিষ্ট লোকতহে সম্ভৱ। আমি অসমত এনে বাঞ্ছা জনাইছিলো।

"নিখিল ভাৰত শিক্ষা-সন্মিলনৰ' শাখা সভাত (Sectional Conference) ত আমাৰ "তিনিটা-চিণ" দেখুৱাই প্ৰশংসা পাইছিলো। যদিও হানী নহল, তথাপি এটা ভুল কৰা মোৰ মনত পৰে। আমাৰ কথা (বক্তৃত) লিখি নিব লাগিছিল। যি সকলে আমাৰ কথা শুনিছিলে তেখেত সকলে আৱশ্যক বুজি টুকি (দাঁতিত চিন দিব) পাৰলেহেতেন। এইটো নোহোৱা বাবে পাচত খেপিয়াই ফুৰিব লগাত পৰিছিলো। আন সময়ত এই কাৰ্য্য কৰি উপকাৰ পাইছিলো। Sectional Conference ত পোৱা প্ৰশংসাৰ গুণ ধৰিলে। অধিবেশনৰ ঘাই সম্পাদকে পোন্ধৰ মিনিট সময় পাচ দিনা আমাক মুকলি অধিবেশনত "তিনিটা চিনৰ" বক্তৃতা দিবলৈ দিছিল। আমি কথা কৈ থাকোতে, তিনিটা চিণ দেখুৱাই শব্দ ভাঙি-পাতি দেখুৱা গৰাকী ভাৰতৰ এক খণ্ডৰ ডাইৰেক্তোৰ।

অসমীয়া মানুহক হেয় জ্ঞান কৰা সকলোৰে ইচ্ছা নহয়। আমি নিজৰ কাৰ্য্যদক্ষতা দেখুৱাব পাৰিলে, যি কোনো ঠাইতে সন্মান পাব পাৰো। সুধী সমাজত তেতিয়া ৺ আনন্দৰাম বৰুৱাৰ নাম—পাচতে ডাঃ সূৰ্য্য ভূঞাৰ নাম। "গঙ্গাটোপ" অসমীয়াৰ নাম সুধী বুলি জনাজাত হোৱা নাছিল। অসমীয়া কোন ট্ৰাইবেলৰ ভিতৰত তাকে তেতিয়া ক'ব নোৱাৰে। অসমীয়াৰ সম্পদ আৰু জ্ঞান গৌৰব তেতিয়াও ভাৰতত মোকোলখোৱা নাই। আমি কৈছিলো—"আহিছো অসমৰ পৰা। আজি তিনি চাৰি পুৰুষৰ আগতে আমি সুদূৰ সৌৰাষ্ট্ৰৰ কিম্বা বঙ্গদেশৰ লোক। বেদান্তৰ বিখ্যাত শাণ্ডিল্যসূত্ৰ প্ৰণেতাৰ বংশৰ মানুহ আমি—আধুনিক শিক্ষাৰ সহজ উপায় বিচাৰি প্ৰাচ্যৰ পৰা পাশ্চাত্যলৈ আহিছো। কিবা আছে যদি, চাই লওক—নাই যদি, উন্নত কৰি দিয়ক। চৌদ্ধ বছৰ খাটি পোৱা তিনিটা চিণ পেটেণ্ট্ কৰি লৈ আহিছো। চাওক, বুদ্ধি ভৰসা দি কৃতাৰ্থ কৰক।"—অৱশ্যে সকলো ইংৰাজীত।" ৰাইজে গিৰ্জ্জনি মাৰি, হৰ্ষ ধ্বনি কৰিলে আৰু সভাপতি ছেছাদ্ৰিয়ে এবাৰ আজমীড়লৈ নিমন্ত্ৰণ কৰিলে।

অধিবেশনৰ কাম শেষ হ'লত, ইবোৰৰ লগতে আমিও "ৰামগিৰি" চাব্লৈগে। কি সুন্দৰ মুনি মনোৰম দৃশ্য ইয়াৰ। জনাই-নজনাই মহা কবি "কালিদাস" মেঘদূত একেবাৰে খাচ্ অসমীয়া কৰিছিলো। আমাৰ শীৰ্ষস্থানীয়



শ্ৰীযুত কালিৰাম মেধি ডাঙৰীয়াই কালিদাসৰ শব্দ তাত নথকাত ভাল নাপালে। তেখেতৰ নিৰ্দ্দেশমতে যি কৰিলো, ই কঠোৰ হ'ল হ'বলা।

ইয়াৰ পিচত অশেষ শ্ৰদ্ধাভাজন কবিবৰ শ্ৰীৰঘুনাথ চৌধাৰী ডাঙৰীয়াক দেখুৱা গ'ল। তেখেতৰ আনন্দ আৰু প্ৰশংসা পাই নিজক আমি ভাগ্যবান ভাবিছো। আমাৰ "তিনিটা চিন" সম্পৰ্কে তেখেতৰ অমূল্য সভাপতিৰ অভিভাষণত তেজপুৰ অধিবেশনত প্ৰকাশ কৰিছে।

আকৌ উত্তৰ লক্ষীমপুৰ অধিবেশনত আমি নিজে গৈ লেণ্টাৰ্ণ চলাইডৰ সহায়েৰে কৃতকাৰ্য্যতাৰে দেখুৱাই প্ৰশংসা আৰু অভিহণা লভিছো। সেই অধিবেশনৰ সভাপতিদেৱৰ ভাষণত আমাক ভুৰি-ভুৰি প্ৰশংসা কৰিছে।

এনেবোৰৰ মাজতে এদিন 'All Bengal teachers' Conference' আৰু 'All India Educational, Industrial and' Agricultural exhibition' ৰ পৰা নিমন্ত্ৰণ পালো। অসম্ভৱ সম্ভৱ হ'ল—যি বঙালীয়ে অসমীয়াৰ নাম নুশুনে—আনকি, স্বৰ্গীয় আনন্দৰাম বৰুৱাদেৱ নোৱাখালিৰ মহকুমাধিপতি থাকোতে, তেওঁক অসমীয়া নুবুলিহে আদৰিছিল, সেই বঙালীয়ে তেওঁলোকৰ এক বিখ্যাত অধিবেশনলৈ সসম্ভ্ৰমে নিমন্ত্ৰণ কৰিছে! আমি গৈ পালত, তেওঁলোকে যি সন্মান আমাক দেখুৱালে—যেনেহে থানিকা দিলে আৰু মানসম্ভ্ৰম দেখুৱালে সি অৱশ্যে আমালৈ স্বপ্নৰ অগোচৰ

আছিল। ইয়াৰ পিচত মেদিনীপুৰ সভাতো আমি এটা চুটি বক্তৃতাৰে তিনিটা চিন দেখুৱাই উপস্থিত সমূহ ৰাইজৰ প্ৰশংসা উপাৰ্জ্জন কৰিলো। কৈছিলো অৱশ্যে ইংৰাজীত। ভিতৰত থকাসকলৰ বাহিৰেও বাহিৰত চাহ-বিতৰণৰ চুপাৰিণ্টেণ্ডেণ্ট্ শ্ৰীযুত শৈলেন্দ্ৰনাথ ফুকন ডাঙৰীয়ায়ো শলাগিছিল। আমাৰ কথাখিনি, সেই অধিবেশনৰ গৰাকী সকলে তেওঁলোকৰ প্ৰকাশিত কাৰ্য্যাৱলীৰ কোনোবা বিশেষ ঠাইত বিশেষ ভাবে উলিয়াইছিল।

প্ৰথম শ্ৰেণীৰ চাৰ্টিফিকেট এখন পালো

First class Certificate is awarded to Mr. Kumudeswar Borthakur B.T. author and Educationist, Gauhati, Assam, for his novel invention of "Three symbols" for alphabet learning for kididies.

| | | |
|---|---|---|
| 29th March, 1937 | J. M.…dipth Vice Chair-man. Reception Committee. | I. S. Durno. Dy. Commissio-ner. Jalpaiguri. |

শ্ৰীপ্ৰতিভা দেৱীৰ সোঁৱৰণি বক্তৃতা দিবলৈ ঢাকা বিশ্ব-বিদ্যালয়ৰ পৰা অহা বিখ্যাত মবিছুল্ ইচ্‌লাম বৰা এম-এ, বি-এল, পি-এইচ্-ডিয়ে আমাৰ "তিনিটা চিন" দেখি মুগ্ধ হৈ সুদীৰ্ঘ টোকা এটা অনুগ্ৰহ কৰি দিছিল, ২৭-১১-৩৫ তাৰি-খত বহু ভাষাত সু-পণ্ডিত, শ্ৰদ্ধেয় শ্ৰীআতাউৰ ৰহমান এম-এ



চাহাবে দয়া কৰি তেওঁৰ প্ৰশংসা লিখিত ভাবে জনাইছে। প্ৰাচ্য বিখ্যাত সুপণ্ডিত মন্ত্ৰীপ্ৰবৰ শ্ৰীকনকলাল বৰুৱাই হিয়া উবুৰিয়াই শলাগনি জনাইছিল। অসমৰ সেই সময়ৰ ভাগ্য বিধতা চৈয়দ মহম্মদ চাদুল্লা চাহাবে আমাৰ "তিনিটা চিন" দেখি এনে মুগ্ধ হৈছিল যে তেখেতৰ গাড়ীত আমাক লৈ গৈ তেতিয়াৰ অস্থায়ী গৱৰ্ণৰ টুইন্ হাম্ চাহেবৰ সৈতে ৰাজ ভৱন আৰু ৰাজ প্ৰতিনিধি দৰ্শন সম্ভৱ হৈছিল। চাদুল্লা চাহেবে দয়া কৰি দিয়া প্ৰশংসাপত্ৰৰ নকল ইয়াত আছে। তেতিয়াৰ পশু বিভাগৰ মন্ত্ৰীপ্ৰবৰ মৌ ৰাহেদ্ আলি চাহেব, স্বায়ত্ব শাসনমন্ত্ৰী ৰেভা-নিকোলাচ্ ৰায়, শিক্ষামন্ত্ৰী ৰোহিণীকুমাৰ চৌধুৰী আদিৰ আৱশ্যকীয় ভাবধাৰাৰে পূৰ্ণ, প্ৰশংসাৰে উপচি পৰা আমাৰ "তিনিটা চিন"ৰ কথা শলাগি আমাক ধন্য কৰিছে। ভূদান আৰু সৰ্ব্বোদয়ৰ বা-বাতৰি লৈ কাৰ্য্যকাৰকৰ কাম চাই ফুৰা আৰু প্ৰচাৰিকা ৰাব থকা কুমাৰী বিমলা ঠাকুৰ (কাশী-ৰাজঘাট)ৰ বিশদ ব্যাখ্যাৰে পূৰ্ণ শলাগনি (৬-৯-৫৭) আমাৰ এই দীঘলীয়া অসুখৰ মাজলৈ অহা শান্তিৰ নিজৰা।

সেই কালতে দেশৰ সকলো কাকতে আমাৰ আবিষ্কাৰ, "তিনিটা চিন"ৰ সাৰ্থকতা প্ৰকাশ কৰে। যেনে :— টাইমচ্ অৱ্ অসম, বাতৰি, ডেকা অসম, ছিলেট ক্ৰনি-কোল্, মডাৰ্ণ ৰিভিউ, ইণ্ডিয়ান্ ৰিভিউ, অমৃত বাজাৰ পত্ৰিকা, ষ্টেট্‌চমেন্, হিন্দু, লীডাৰ, বম্বে, ক্ৰানকোল্,

হিন্দুস্থান ষ্টেণ্ডাৰ্ড, হিন্দুস্থান টাইম্‌চ, মডাৰ্ণ ষ্টুডেণ্ট, টাইমচ্ অব্ ইণ্ডিয়া—ইত্যাদি ইত্যাদি।

স্কুল-কলেজৰ সাময়িক কাকত আলোচনা বিলাকেও আমাৰ "তিনিটা চিন"ৰ কথা প্ৰকাশ আৰু প্ৰশংসা কৰি আমাক আপ্যায়িত কৰিছিল।

আমি কোনো ঠাইতে অৰ্থসাহায্য খোজা নাই। বোধকৰো সেইবাবে কোনোৱেই আমাক নাযাচিলে। তাহানি মনুস্মৃতিত পঢ়িছো উত্তমৰ্ণ আৰু অধমৰ্ণ কথা। সহজে আমি সাহায্য নলম। "নিজৰ বলেইহে সকলো বল।" কিন্তু এই নতুন শিক্ষা-পদ্ধতি গঢ়ি তুলিবলৈ হ'লে যিমান অৰ্থৰ প্ৰয়োজন তাৰ ব্যৱস্থা নিজে কৰা সম্ভৱ নহ'ল। অৱশেষত এতিয়া আমি বিদেশৰ পৰা কিবা পাব পাৰিনে কি, তাৰ যত্ন কৰিলো।

কলিকতালৈ গৈ জাপানী ৰাজদূতক লগ ধৰিলো। তেওঁ আকৌ জাপানত ব্যৱহাৰ কৰা আখৰ লিখাৰ প্ৰণালী দেখুৱালে। বিশেষকৈ, জাপানত উলিৱা সস্তা দামৰ ঘড়ি-চেইন্-চিক্ক্ আদি দেখুৱাই তালৈ আকৰ্ষণ কৰাতহে লাগিল।

গ'লো আমেৰিকাৰ দূতাবাসত গৰাকী সকলক লগ ধৰিবলৈ। আমেৰিকাৰ শিক্ষা-প্ৰণালী, শিশু-পাঠ্যপুস্তক দেখুৱাই আমাৰ গতি আনফালে ঢাল খুৱাবৰহে চেষ্টা। আমাৰ কথা তলেই পেলায়। দুই-তিনিদিন অনাহক চেষ্টা আৰু খৰচ হ'ল



এইবাৰ, জাৰ্ম্মাণ ৰাজদূতক দেখা কৰিবৰ বিশেষ চেষ্টা। সংস্কৃত পঢ়োঁতে মেক্সমূলাৰ আদিৰ নাম আৰু কাৰ্য্যাৱলী জানিছিলো। গোটেই পৃথিৱীৰ ভিতৰত জাৰ্ম্মাণ সকল অগাধ সংস্কৃতজ্ঞ পণ্ডিত, যি কোনো প্ৰাচীন সাহিত্য-লেটিন্-গ্ৰীক্-হিব্ৰু সকলোতে তেওঁলোকৰ ফেৰৰ কোনো লোকেই নহয়। গতিকে, তেওঁলোকৰ যি কোনো এজনক লগ পোৱা সন্মান আৰু ভাগ্যৰ কথা। আগৰে পৰা আমি নিজক সাজু কৰি লৈছো—কি কথা হ'ব, তাৰ মহলা দিছো। ফোনেৰে সময় ঠিক কৰি লৈ, ঘাইজনক দেখা পাবলৈ যথাসময়ত গ'লো। মযো গৈ পাইছোহঁগ, তেৰোঁ মটৰত উঠিছে যাবলৈ। মৰণত শৰণ দি গা দেখা দি "মই অমুকা" বুলি জনালো। প্ৰকাণ্ড গোঁফ কোঁচা উঠঙাই ক'লে "কাইলৈ। আজি তিনি মিনিট পলম হ'ল।" ভেচ্ ভেচিয়া পৰি, থানিকালৈ উলটিলো।

পাচদিনাখন সময়ৰ আগতে গৈ খাপ্ ললোগৈ। বহু চেষ্টা আৰু কুচ্কাৱাজৰ পাচত লগ ধৰিলো। কি সৌভাগ্য!!! বৰ মনোযোগেৰে শুনিলে আৰু নিজে বস্তুটো চালে। পোন্ধৰ-কুৰি দিনৰ পাচত আকৌ দেখা কৰিবলৈ ক'লে। তেওঁ "তিনিটা চিন" শলাগিলে আৰু ইতিমধ্যে তেওঁলোকৰ পাকৈত জনে পাঁচোটা চিনত ইংৰাজী-জাৰ্ম্মাণী-লেটিন্-হিব্ৰু-সংস্কৃত আখৰ দেখুৱালে। আগতে অৱশ্যে কাকত আদিত সেইবোৰ তৈয়াৰ কৰি থৈছিল। এখন মোকো দিলে। নিজক ভাগ্যবান ভাবিলো!!!

কথা ৰল যে জাৰ্ম্মাণ প্ৰধান গৱাকীয়ে মোক আবিষ্কাৰক হিচাবে তেওঁলোকৰ খৰচত জাৰ্ম্মাণী ঘূৰাই আনিব। আৰু ইতিমধ্যে আমাৰ "তিনিটা চিন" ব্যৱহাৰ কৰি তাৰ ফলাফল সময়ত জনাব।

গুৱাহাটীলৈ ঘূৰি আহিলো। ইতিমধ্যে দেশৰ বৰেণ্য নেতা দেশভক্ত তৰুণৰাম ফুকনদেৱৰে সৈতে যোগাযোগ ঘটে। প্ৰায়েই পুৱা বা আবেলি তেখেতৰ ঘৰত দেখা দিওগৈ। চিনাপৰিচয়ে আত্মীয়তা বৃদ্ধি কৰে। তেখেতে দয়া কৰি, আমাক মৰম কৰি কথা কয় আৰু আলোচনা কৰে। মই তেখেতৰ জীৱনী এখনৰ সমল সংগ্ৰহ কৰিবলৈ স্থিৰ কৰিলোঁ। তেখেতৰ পৰা শুনা কথা টুকি লওঁ। কিন্তু ইমান প্ৰজাৰ দৌৰাত্ম্য যে তেনেকৈ লিখা অসম্ভৱ হ'ল। তেখেতক "আত্মজীৱনী" লিখিবলৈ অনুৰোধ কৰিলো —কি টানি ধৰিলো। দিনেপতি এনে আমনি কৰাত তেখেতৰ ধৈৰ্য্যচ্যুতি হোৱা একো অস্বাভাৱিক নহয়।

এদিন আবেলি লগ ধৰিলো। তেখেতৰ মন আনন্দময়। মোক ক'লে—"হেৰা বৰঠাকুৰ, মই কথা বিকি খোৱা মানুহ। তুমি মোক কি ছলিবা। পাচে, এটা কথা। বহুতো দিন তুমি আহ-যাহ কৰিলা। এটা উপকাৰ তোমাক কৰোঁ। মোৰ ধন নাই—কিন্তু নাম আছে। তোমাৰ সহায় হ'ব পাৰে।" কৃতজ্ঞতা জনালো। তেখেতৰ এজন বিশিষ্ট বোম্বাইৱালা বন্ধুলৈ এখন চিঠি দি কৰিব



পৰা মোক সাহায্য কৰিবলৈ জনালে। চিঠিখন সাগ্ৰহেৰে লৈ লাখটকীয়াই দি উজান বজাৰলৈ উজাইছো। বাটতে দেখা হ'ল—"মহম্মদ চৰিত" লিখক মহম্মদ চালেহ বি-এ বি-টি চাহেবৰে সতে।

মোক চিন্তান্বিত দেখি তেখেতে সকলো কথা খৰচি মাৰি সুধিলে। আৰু তেওঁৰ ঘৰলৈ মাতি নি ওচৰৰ আড্ডাৰ পৰা এজন কাবুলী আনি দেৰশ টকা, মাহে টকাত দুঅনা সুদে তেতিয়াই দিয়াই দিলে। কথা ৰ'ল যে কাবুলীজনে ছমাহৰ আগত মোক তাগিদ্ নকৰিব আৰু মোৰ বহাত দেখা নিদিব। ইয়াৰ পাচদিনাই কলিকতাই দি বোম্বাই-যাত্ৰা কৰিলো। কোনোবা এক পুৱা বোম্বাই পাই "হৰ্ণ্‌বাই বোডত" সেই ভদ্ৰলোকক দেখা কৰিলোগৈ। ভাগ্য ভাল, সেই আবেলিতে তেখেতৰ প্ৰাইভেট্ ছেক্ৰেটাৰীয়ে আমাৰে দেখাদেখি কৰালে। "অসমৰ ফুকন" বুলি তেখেতে আগ্ৰহেৰে দেখা দি আমাক বৰ আদৰ আৰু সোধপোচ কৰিলে, তেখেতৰ পোন্ধৰ-ষোলখন জাহাজ সাগৰত চলে। তাৰে কোনোবা এখনত আমাক লৈ গৈ ইউৰোপ আৰু আমেৰিকা ভ্ৰমণ কৰাব। পাচদিনা, তেখেতৰ হুকুমৰ কাগজ দিব। ছমাহৰ মুৰত ৰাতি ৯।১০ বজাত টকা-কড়িৰে সৈতে মহম্মদ চালেহ চাহাবৰ যোগে কাবুলীজনক লগ ধৰিলো। আৰু টকা (সুদ-মূল পৃথকে) টেবুলৰ ওপৰত থলো। তেওঁৰ বাকচৰ পৰা মই লিখা কাগজখন উলিয়াই পঢ়ি আনন্দেৰে

টকা গণিলে। ক'লে "চাৰ, মোৰ বয়স আপোনাতকৈ কম আৰু এই বয়সতে টকা লেন্-দেন কৰি বহুতো টকা ঘটিলো। বহুতো অসমীয়া মানুহেও বেছি মুনাফাত ধাৰে লয়। প্ৰায়ে বিবাহ বা খাব জীবলৈ টকা লয়। কিন্তু আপুনি লৈছিল জগতৰ কাৰণে—জগতৰ সেৱা হওক বুলি। সুদৰ এক পইচা কমালে আমি কথা শুনিব লাগে। তথাপি আপুনি দয়াময় ভগৱানৰ 'খাদেম''—সেৱক হিচাবে টকা লৈছিল। এপইচা সুদ লম। সুদৰ বাকী টকাৰে আপুনি ল'ৰা ছোৱালী কেইটালৈ কিবাকিবি কিনি লৈ যাওক। মই লগতে যাম আৰু সেই কাম হোৱাটো নিজে চাম। ঈশ্বৰে আপোনাক দয়া কৰক।" টকা লৈ আৰু দি তেওঁ বিদায় ললে। শিখ্ মন্দিৰৰ মুখত ফল কিনিলো আৰু কিবা অলপ চালেহ চাহাবৰ হাতত ল'ৰাটোৰ কৰিণে দিলো। ***
গুৱাহাটীত থকা দিন কেইটাত এই কথা আৰু কাবুলীৰ মহত্বৰ এটা বিশেষ গল্প হৈছিল। "কাবুলীৱালা" তেতিয়াও ফিল্ম্ হোৱা নাই।

ইয়াৰ লগে লগে আমি আকৌ চাকৰিত। সামান্য টকা কেইটা যে কি লোভনীয় বস্তু !!! মাহৰ শেহৰ ফালে সদায় দুৰ্দ্দশাত পৰিলেও, মাহৰ প্ৰথম কেইদিন সামান্য স্বচ্ছলতা ভোগ কৰা যায়।

ইয়াৰ পাচত আৰু গা ঢালি, আমি একো কৰিব পৰা নাই। কৰিবৰ শক্তি হেৰাই গ'ল। সেই ১৯৩৪



চনত—কপিলীৰ বানপানী, মোৰ জনসেৱা, আবিষ্কাৰৰ মুখ দেখা, অৰ্থ প্ৰয়াসী নহৈ বস্তুকণ দেখুৱাই তৃপ্তিলাভ কৰাৰ লগতে কিছুমান প্ৰবঞ্চনামূলক ঘৰুৱা জঞ্জালৰ মাজত লিপ্ত হ'লো—যাৰ পৰা মোৰ প্ৰায়খিনি স্থাৱৰ সম্পত্তি লোকচান হ'ল।

১৯৩৫ চনৰ পৰা ১৯৩৭ চনলৈকে নিজৰ "তিনিটা চিন" লৈ বৰ ব্যস্ত—নিজৰ ব্যক্তিগত আন কথালৈ কাণ কৰিবৰ সময় নাই।

এই সময়ত কলিকতালৈ ঘনাই আহ-যাহ কৰাৰ আৱশ্যক হৈ পৰিছে—প্ৰত্যেক পোন্ধৰ দিনে এবাৰতো যামেই। কিন্তু ইমানবাৰ যোৱা-অহা কৰাৰ খৰচ পাওঁ কত? তদুপৰি গুৱাহাটী ঘৰৰ খা-খৰচতো আছেই।

বাট ওলাল। নগাৰঁত S.I. কৰোতে, আছিলো এটা ডাঙৰ ঘৰত, কলঙৰ পাৰত। ছোৱালী কেইজনীৰ সমবয়সী বন্ধুৰ দল আছে—সকলোৰে মুখত কিবা এটা সুৰৰ মাত—গাবোৰ হালি জালি থাকে—হিন্দু-মুছলমান খৃষ্টানী ছোৱালীৰ বৃহৎ দল এটা। সেইবোৰক মাজে-সময়ে কিবা এটা শিকাব বা তেওঁলোকৰ লগত ভাগ লব লাগে। মোৰ সময় সদায় কম। কলাবিদ্যাত সুনিপুণ শিক্ষক শ্ৰীযুত নীলকান্ত বৰুৱা ডাঙৰীয়াৰে পৰামৰ্শ কৰি, তেখেতৰ ল'ৰা শ্ৰীনৰকান্ত বৰুৱা বোপাক লগ ধৰিলো। তেওঁ এনেয়ে দেও-দি-থকা ল'ৰা। তাতে, যেতিয়া নাচ-গানৰ কথা শুনিলে,

হাতৰ চাপৰিতে সঙ্গীতৰ সুৰ ধৰি তেওঁ আমাৰ থানিকা পাইছেহি। কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ কবি শ্ৰীদেৱকান্ত বৰুৱাৰে কলঙৰ পাৰত চিনাকী হ'ল। তেওঁৰ কবিতাবিলাকৰ কোনো কোনোটোক গানৰ উপযোগী কৰি ছোৱালীসকলৰ মনোৰঞ্জনাৰ্থে তৈয়াৰ কৰি দিছিল। এই সকলোবিলাক তেতিয়া অভ্যাস কৰিছিল।

আমি চেনোলা কোম্পানীৰ ফণীবাবুহঁতক লগ ধৰি অসমীয়া আই-নাম, বিয়া নাম, আৰু সাধু কথা কোৱাৰ বন্দোৱস্ত কৰিলো। তেওঁলোক ততালিকে মান্তি হ'ল। কাৰণ, কোনো অসমীয়া গ্ৰেজুৱেটে তেতিয়াও ৰেকৰ্ড্ দিয়া নাই, আৰু নাৰীকণ্ঠৰ ৰেকৰ্ড্ নাই। ইতিমধ্যে নাৰদৰ ভাওত সুললিত গীত গাই মোৰ সৰুজনী ছোৱালীয়ে এশ-টকাৰ প্ৰথম পুৰস্কাৰ এটা তেতিয়াৰ মন্ত্ৰী বিদ্বান শ্ৰীযুত কনকলাল বৰুৱা ডাঙৰীয়াৰ পৰা পাইছিল। কলিকতাত মোৰ মাজুজনী আৰু সৰুজনী ছোৱালীৰ হতুৱাই আই নাম, বিয়ানামৰ ৰেকৰ্ড কৰোৱা হ'ল। "কমলা-কুঁৱৰী" উপাখ্যান ৰেকৰ্ড কৰোঁতে মই নিজেও কিছু সহায় কৰি দিছিলোঁ। চেনোলাৰ শ্ৰীফণীবাবুৱে আৰু কিবাকিবি দিয়া-বলৈ টানি ধৰিছিল। কিন্তু মোৰ সময়ৰ অভাৱত হৈ নুঠিল। শিৱপুৰ ইঞ্জিনিয়াৰিং কলেজৰ উদ্যানত বহা কলিকতীয়া অসমীয়া বিহু সম্মিলনতো ছোৱালী দুটিয়ে কিবাকিবি গাই খ্যাতি লভিছিল। এই কামত ধৰিবৰ আৰু সময় মোৰ নাছিল। তেওঁলোকক কিবা নাটকৰ ভাও লাগে। আমি সগৌৰৱে জ্যোতি আগৰৱালা আৰু শ্ৰীবিষ্ণু ৰাভাৰ নাম দিলো। ঈশ্বৰৰ কৃপাত সেয়ে হৈ উঠিল।



"তিনিটা চিন" আমাৰ প্ৰথম কথা। এটা ইংৰাজ কোম্পানীৰ সৈতে কথা চলিল যে সকলো চৰ্ত্ত এৰি দিলে টকা পঁচিশ হেজাৰ দিব। আমি দেখিলো টকা পালেই খৰচ হ'ব। সেইবাবে, চৰ্ত্ত কৰিলো যে মোৰ "মুখখন-বৰঠাকুৰ-অসম-ইণ্ডিয়া" এই চাৰিটা প্ৰত্যেক চিনতে থাকিব আৰু তাৰ বাবে প্ৰত্যেকতে দুই-তিনি হেজাৰ এৰি দিম। কোম্পানী মঞ্জুৰ নহল। মুখখন এৰি দিলো। প্ৰত্যেক শব্দটোত "তেনেকৈ এৰিম" বুলিলো। মান্তি নহল। এই-দৰে, কেইবাবাৰো অহা-যোৱা কৰি দেখা গ'ল, যে ইংৰাজ কোম্পানীটোৱে অসম বা ভাৰতবৰ্ষৰ নাম পৰ্য্যন্ত 'চিন' কেইটাৰ ওপৰত থাকিবলৈ দিবলৈ ইচ্ছা নকৰে। গতিকে তেওঁলোকৰ লগত সকলো লেন-দেন শেষ কৰি গুৱাহাটীলৈ ঘূৰি আহিলোঁ। মোৰ কোনো বিশিষ্ট বন্ধুৱে এই কথা শুনি, গুৱাল-গালি দি কয় বোলে—"এইটো mad patriotism—উৎকট বলিয়ালি।"

তেতিয়াৰ কবি ডেপুটী কমিছনাৰ শ্ৰীদুৰ্গেশ্বৰ শৰ্মা দেৱ গুৱাহাটীত। লগা-ভগা হয়। আৰ্থিক দুৰৱস্থাত মোৰ গা ওলাই পৰিছে। বহালৈ আহি, পৰিয়ালটোৰ মঙ্গলাৰ্থে

কামত "জইন্"কৰিবলৈ উপস্থিত হবলৈ ক'লে। গুৱাহাটীৰ বাহিৰে আন ঠাইত মাষ্টৰী নকৰো বুলি খাতাংকৈ জনালত, তেখেতে আমাৰ ওপৰৱালাক কৈ মেলি গুৱাহাটীতে কাম কৰাৰ দিহা লগাই দিলে।

এতিয়াৰ পৰা আমাৰ সকলো বাহিৰা কাম বন্ধ হ'ল। আগৰ কথা এটা মনত পৰাত ইয়াত জোৰা দিলো। তেতিয়া ১৯১৭-১৮ চন হবলা। সাতদিনমান নামতি-আমগুৰিৰ ফালে মফস্বল কৰি মেটেকা ঘাটেদি ঘৰলৈ আহিছো। দেখো ঘাটৰ অলপ দূৰৈতে চিতা জ্বলিছে। ঘৰলৈ আহি বুজিলো যে তেতিয়াৰ ডেপুটী ৺পৰমা গোহাঁইদেউ অলপীয়া অসুখতে সিপৰীয়া হৈছে। ৺ৰমা নাজিৰৰ ঘৰলৈ গৈ সকলো বুজি ইন্সপেক্তৰ ৺দুৰ্গাধৰ বৰকটকীলৈ তাঁৰ যোগে জনালো। মোক চাৰ্জ লবলৈ হুকুম দিলে। তেতিয়াৰ পৰাই দেৰ বছৰ মই "কুমুদ ডেপুটী।"

বৰকটকী ডাঙৰীয়াৰ অনুমোদনত এখন শোক সভা পাতো। তালৈ গোটেই মহকুমাৰ শিক্ষকসকল আহিছিল। এয়ে প্ৰথম "শিক্ষক সভা"। মোৰ বক্তৃতাৰ পাঁচশ কপি শিক্ষকসকলক দিবলৈ গৰাকীয়ে কিনি নিছিল। তাতে দিহা কৰা হ'ল যে এটা আলমাৰী কিনা হওক। আৰু তেতিয়াই উঠা নগদ এশ টকাৰে "হেমকোষ" আদি কিনি, বেজবৰুৱা, গোহাঁই, বৰুৱাৰ পাৰ-পৰা কিতাপ কিনি "পৰমানন্দ-পুথিভঁৰাল" খোলা হ'ল। আলমাৰীটোৰ



ওপৰত দুটা আৰু তলত দুটা চকা আছিল—যাতে সময় বুজি স্কুলীয়া ল'ৰাই টানি নিব পাৰে। গোটেই মহকুমাত ছটা কেন্দ্ৰ পতা হ'ল, আৰু কেন্দ্ৰই পতি ছমাহকে এই লাইব্ৰেৰী থাকিব। ওচৰৰ ছমাইলৰ ভিতৰত কিতাপ বিলাব। এই পুথিভঁৰাল কৰ্ম্মস্থলৰ কেন্দ্ৰ হ'ব—শিৱসাগৰ মিউনিচিপাল স্কুল। তেতিয়া ইয়াৰ ছেক্রেটাৰী আছিল শ্ৰীপূৰ্ণচন্দ্ৰ চাংকাকতি। আমি ঠাই এৰাৰ পাচতো কেইবাৰমান খবৰ কৰিছিলো। আমাৰ কথা বহা নেদেখি বাতৰি লবলৈ এৰি দিলো।

সেই সময়তে শিৱসাগৰত পতা (১) শিক্ষক সম্মিলন (২) পৰিবাৰৰ যোগে ৺কমলালয়া কাকতিৰ অনুগ্ৰহত স্থাপিত মহিলা সমিতি (৩) ব্ৰাহ্মণ সভা (৪) উদ্যোগ সমিতি বাহুছৰা কামৰ সঞ্চালণিৰ কাৰণে ৰাইজৰ সকামে-সবাহে ধন গোটাই, কিবাকিবিত, হাত দিয়া হৈছিল। কিন্তু "যাৰ কোনো নাই ভোজত, সি নিশ্চয় ভতুৱা।"

ভাৰত চৰ্কাৰলৈ সোধোৱা "একত্ৰীভূত লাইব্ৰেৰী আঁচনি"—Integrated Library Association—আমাৰ ত্ৰিশ-পঁয়ত্ৰিশ বছৰৰ আগৰ "ঘূৰিফুৰা পৰমানন্দ পুথিভঁৰালৰ" উন্নত সংস্কৰণ মাত্ৰ। সেই কালৰে পৰা দেখিছো চৰ্কাৰ বা বোৰ্ডে যোগাৰ দিয়া পুথিবোৰ প্ৰাইমেৰী বা অইন স্কুলে পাই কেনেকৈ অপব্যৱহাৰ কৰিছে—আজিও

কোনো কোনো পৰিদৰ্শক বা অন্য বিষয়াৰ তাত নিশ্চয় অলপ নহয় অলপ কিবা গোন্ধ-ভাপ ওলাবই।

এই "তিনিটা চিন" OCI শূন্য— কাঁচিজোন-দণ্ড বা বিন্দু কাঁচি-দাঁৰ কেউটা বহুৱাই ধৰিলে হ'ব এডাল "ত্ৰিশূল"—যাক হাতত লৈ "ত্ৰিশূলী" হৈ জগতৰ নিৰক্ষৰ-ৰূপী দানৱক ধ্বংস কৰিব লাগে। আশা আছে, যে এই তিনিটা চিনে পৃথিৱীৰ নিৰক্ষৰতা বিদূৰ কৰিব। তিনিটা-চিনৰ প্ৰথমটো হ'ল "বিন্দু"—যাক বেদান্তমতে "নাদবিন্দু" কোৱা হয়। প্ৰথমতে সৃষ্টিকৰোতে, হৈছিল একবিন্দু—যাক "নাদবিন্দু" বোলে—অৰ্থাৎ সৃষ্টিকৰ্ত্তাৰ প্ৰথম "ধ্বনি" হোৱাৰ লগে লগে, এই গোটেই সৃষ্টিখন এটা "বিন্দুৰূপে" দেখা দিছিল। সময়ৰ সোঁতত এই বিন্দু ক্ৰমে পানী—তাৰ পাচত মাটি, হাবি হৈ, তাৰ পাচত জীৱ-ৰূপে দেখা দিয়ে হেনো।

বৈয়াকৰণিক পানিণীয়ে সজাই দিয়া আঠৈ কুৰি আখৰৰ প্ৰথমটো, "অ"—ই এটা ধ্বনি-মাত্ৰ—ইয়াক মাতিবলৈ ওঠ-দাতঁ-জিভা আদি একো ব্যৱহাৰ কৰিব নেলাগে—ওঠ দুটা অলপ বহলাই, মুখৰ ভিতৰৰ বতাহখিনি বাহিৰলৈ প্ৰকাশ কৰিলেই এই আখৰৰ শুদ্ধ উচ্চাৰণ হয়। সেই-বাবে, আমাৰ নাদবিন্দু হ'ল "অ"।

কিন্তু, এই আঠৈকুৰি আখৰৰ ভিতৰত লিখিবলৈ যি-বোৰ টান আখৰ আছে, "অ" সিহঁতৰ এটা। সহজৰ



ভিতৰত আখৰ মাত্ৰ "ৱ" ঠিয় আচঁ কেইটা, ইকাটি-সিকাটি কৈ বহুৱালেই হয়। তদুপৰি, "ৱ" অসমীয়াৰ বৰ চিনাকী। অসমীয়াৰ প্ৰত্যেক ঘৰতে তাঁত আছে। গতিকে "ৱ"ও আছে। মাক-বায়েক-পেহীয়েক-মাহীয়েকে তাতঁখন ওৰ পৰিলেই, "ৱ" কাটে, আৰু সেইবোৰ ল'ৰাছোৱালীয়ে ওঠত লগাই লৈ ছাগলিৰ ভাও ধৰি তামোচা কৰে। এনে "নৃত্য" যি কোনো শিপিনীৰ ঘৰত সততে আছেই।

তদুপৰি, নাচোতে-গাওঁতে এটা ঠেং একোবাকৈ আৰু ইটো ঠেং পোনাই প্ৰায় "ৱ" আখৰটোকে সাজে। এইদৰে বহুত "ৱ" সজাৰ পাচত তাৰ পেটটো কাটি দিলে হয় "ব" এতিয়া সুধিলে ওলাব কি ভজা খাবলৈ ভাল। মাহৰ, আলুৰ, নে কিহৰ ভাল "বৰ" হয়। এই দুটা আখৰ অগাপিচাকৈ দিলে—"বৰ" হয়। "বৰ" শব্দৰ আগত এটা "ৰ" দিলে "ৰবৰ" হয়। আখৰবোৰৰ ভিতৰৰ সহজ আকৃতিৰ আৰু এটা আখৰ হৈছে "দ"—হিন্দীত ই জানিবা আগলৈ হাউলি ঠিয় হোৱা মানুহ এটাহে। "দ" এই আখৰটোৰ সংস্কৃত অৰ্থ হৈছে দিওতা। যি কোনো মানুহে দিওতা হিচাবে গাটো আগলৈ "হাওলাই" দিয়ে। সেই মতেৰে আখৰটো, তিনিটা চিনৰ দণ্ডেৰে, ইয়াক সাজিব পাৰি আৰু ইয়াৰ লগত "ৰব" লগ লগালে, হ'ব "দৰব", আকৌ "দৰবৰ বৰ দৰ"—নহলে। "বৰ" "বদ" বা "বৰ/দ" ইত্যাদি। [মৎপুস্তিকা চাওক।]

এনেকৈ, ইংৰাজী আখৰ—ৰোমাণ বৰ্ণমালা সাজিব পাৰি। এটা কাঁচিজোন সাজা। [ ) ] তাৰ পিঠিত তেনে এটা দিয়া " )( "

" " [ ( ] ..............................[ ( ) ]

আগৰ "O" পাচৰ )( ৰ আগত বহুৱা [ O)( ] হ'ল OX ষাঁড় এটা B সাজা। এডাল দণ্ড [ । ] তাৰ মুখৰ পৰা তললৈ আধাখিনিয়া আৰু মাজ পেটৰ পৰা তললৈ এটা চিন দিয়াঁত "B" হ'ল। আগৰ "OX" যদি তাৰ পাচত দিয়া, হ'ব BOX বাকচ।

দণ্ড তিনি-চাৰিডাল, অধালি-পথালিকৈ দিলে—[ ] জুই। এটা পথলুৱা কাঁচিজোন [ ⌒ ] তাৰ তলত এটা বিন্দু [ ] সেই কাঁচিজোনটোৰ ওলোটা ভাজে, আন এটা দিলে [ ] এটা চকু কাষত এডাল দণ্ড ঠিয় কৰি দিলে [ ] হ'ব নাক আৰু চকু। দণ্ডৰ তলত এটা কাঁচিজোন পথালিকৈ দিলে [ ] মুখখন। বা দণ্ডবোৰ পথালিকৈ দিলেঃ— ⊏ হ'ব এটা বাকচ ইত্যাদি—

# আবিষ্কাৰৰ আৱশ্যকতা

পৃথিবীত মোহোৰা নোপজা কোনো বস্তুৱেই নাই। থকা বস্তুতে ভেজনি দি ন-ৰূপ দিয়া হয়। সেয়ে আবিষ্কাৰ। মানুহে ভাবিছিল যে সূৰ্য্যই পৃথিবীৰ কেউফালে ঘূৰে। কিন্তু গেলিলিওই প্ৰমাণ কৰিলে যে পৃথিবীয়েহে সূৰ্য্যৰ চাৰিউফালে ঘূৰে। হিন্দু জ্যোতিষিয়েও "সংসাৰ" বা সৃ+ক্যপ্ শব্দেৰে কলে যে সূৰ্য্য নুঘূৰে, পৃথিবীহে ঘূৰে।

আকৌ গছৰ গুটি পকিলে ওপৰলৈ নাযায়, তললৈ সৰে। পৃথিবীৰ আকৰ্ষণীৰ পৰা এনে হ'ব লাগিছে। এইটো মানুহে আগতে মন কৰা নাছিল। মন কৰাৰ দিনৰ পৰা এইটো নিউটনৰ আবিষ্কাৰ হ'ল।

কাঠৰ চকাৰ ওপৰত এটা দিহা কৰি ইফালৰ পৰা সিফাললৈ যাতায়াত কৰিছিল। ক্ৰমে ই টায়াৰ-টিউবৰ সহায়ত সহজ হল। ৰথ, চাইকেল, মটৰ গাড়ী, প্লেন আদিয়ে গতি খৰ কৰিলে আৰু বা কিমান কি হয়। এইবোৰ আবিষ্কাৰৰ ক্ৰমোন্নতি মাত্ৰ।

প্ৰত্যেক জীৱৰ গাত কম-বেছিকৈ বিজুলী আছে। ডাৱৰত আমি বিজুলী দেখো। বিজুলীয়ে এন্ধাৰ আঁতৰায়। ক্ৰমে এইবোৰ মানুহৰ অধীনলৈ আনি, পোহৰ, বাৰ্ত্তাবহ আদি কতনো প্ৰকাৰ আচৰিত-লগা বস্তু উলিয়াইছে তাৰ

লেখ নাই। মাৰ্কনি, এডিচন, জগদীশ বসু আৰু কৃত্রিম গ্রহ কৰা বৈজ্ঞানিক সকলে কিমাননো নতুন বস্তু উলিয়াই মানুহৰ জীৱন আৰু কাৰ্য্যকলাপ সহজ কৰিলে। এইবোৰ পৃথিবীত আগতে থকা বস্তু। মহাভাৰত, ৰামায়ণত ইয়াৰ উল্লেখ, কাৰ্য্যকলাপ আৰু কৃতকাৰ্য্যতাও আছে। বেদত "বৃত্রাসুৰ-বধ", এনে আবিষ্কাৰৰ নিদৰ্শনপূৰ্ণ।

গতিকে, সকলোবোৰ আছিল বা আছে। মানুহৰ হাতত পৰি ই নতুন ৰূপ লয়। কোনো জনৰ দ্বাৰা আবিষ্কৃত হয়। যি এই কাৰ্য্য কৰিব পাৰে, তেওঁৰ সৃজনী শক্তি থকাটো মানুহে স্বীকাৰ কৰে। বেদ-উপনিষদ-গীতাত সকলো সাৰ আছে। তাকে আধুনিক ছন্দ-পদ্ধতি-গীত তালেৰে দিয়াত ৰবীন্দ্রনাথ ঠাকুৰ বিখ্যাত আৰু মনস্বী কবি হ'ল। তেওঁৰ যোৰৰ বা ফেৰৰ নাই বুলি ভাবে।

পাশ্চাত্যমতে মানুহৰ এক স্বতন্ত্র স্বয়ম্ভূ ঈশ্বৰদত্ত শক্তি আছে। যি বিনাবিচাৰে ভালবেয়া নিৰ্ণয় কৰিব পাৰে। ভাৰতীয় দৰ্শনে সেই কথা নামানে। চোৰ আৰু সাধুৰ বুদ্ধি কিয় বেলেগ হয়, তাৰ উত্তৰ পাশ্চাত্য শাস্ত্রই নিদিয়ে। আমাৰ দৰ্শনে এই পাৰ্থক্য মাত্র বুদ্ধিৰ ওপৰতহে কৰি এই বিচাৰ শক্তি নিৰ্ণয় কৰে। বুদ্ধি যেতিয়া আত্মনিষ্ঠ হৈ শুদ্ধ হয়, তেতিয়াই তাৰ বিচাৰ যথাৰ্থ হয়।

ঐকান্তিকতা সৃজনীশক্তিৰ পূৰ্ণ সম্বল। যি নিজৰ বিষয়-বস্তুতে সন্তুষ্ট হয় আন একোলৈকে মন নকৰে, সংসাৰ ডুবি গলেও যাৰ খবৰ নাই, খোৱা-বোৱা আত্মীয় স্বজনৰ সুখ-দুখলৈ কাণ নকৰে, তেনে জনে আবিষ্কাৰ কৰিব পাৰে। অথবা, আবিষ্কাৰলৈ এবাৰ মন মেলিলে, তেনেজনে সংসাৰৰ একোলৈকে মন কৰিব নোৱাৰে—নকৰে। এওঁৰ আবিষ্কাৰেই দেশৰ উন্নতিবিধায়ক। এই আবিষ্কাৰবোৰ নোহোৱা হলে, দেশ আগ নাবাঢ়ে। যি দেশত আবিষ্কাৰ নাই সেইদেশ আগৰ দৰেই থাকে।





## আবিষ্কাৰ তিনিটাত উল্লিখিত লোকসমূহ

পৃঃ ৩—ৰায়চাহেব দুৰ্গাধৰ বৰকটকী।
" ৫—ডাঃ ললিত কুমাৰ বৰুৱা।
" ৭—মিঃ কচ্‌গ্রেভ্‌, মিছেছ্‌ কচ্‌গ্রেভ্‌, ডাক্তাৰ মৰিছ, ভূজেন মহন্ত, লবো শইকীয়া, উকীল পূৰ্ণ শৰ্ম্মা 1
" ৮—হাতী বৰুৱা (কলিকতা যাদুঘৰ), মিঠাই দপ্তৰী, দয়া দপ্তৰী, 3
" ৯—পেটেণ্ট্‌ অফিচ্‌।
" ১০—মাইকেল কীন্‌ (গৱৰ্ণৰ)। শ্রীঅমল শৰ্ম্মা। 2
" ১১—মিঃ হিগিঞ্চ্‌—কে, পি, মাৰাৰ—জে, এম্‌ চিক্‌দাৰ -মহম্মদ চৌধুৰী 4
" ১৩—মিচেচ তাম্বে—প্রঃ তানসেন্‌—ভোঁচ্‌লা—প্রিঞ্চিপেল কণা-কলা 4

পৃঃ ১৪—আনন্দৰাম বৰুৱা— ডাঃ সূৰ্য্যভূঞা—প্ৰিঃ ছেছাক্ৰি-
কালিৰাম মেধি 4

„ ১৫—কবি ৰঘু চৌধাৰী—জে বৰুৱা—শৈলেন ফুকন—
আই, এচ্ ডুৰ্গো 4

„ ১৬—প্ৰতিভা দেৱী—ডাঃ মবিজুল ইচ্লাম বৰা—মৌ
আতাউৰ ৰহমান

মন্ত্ৰী কনকলাল বৰুৱা— চাৰ চাদুল্লা—গৱৰ্ণৰ টুইনহাম্—
ৱাহেদ্ আলি।

ৰেভাঃ নিকোলাচ ৰায়—মন্ত্ৰী ৰোহিণী চৌধুৰী—কুমাৰী
বিমলা ঠাকুৰ 10

„ ১৮—দেশভক্ত ফুকন।

„ ১৯—ডাঃ বিবেকা সেন।

„ ২০—ছোৱালী ছুজনী— নীলকান্ত বৰুৱা—দেৱকান্ত বৰুৱা-
নৱকান্ত বৰুৱা—ফণীবাবু 6

„ ২১—ডি, চি, ছুৰ্গেশ্বৰ শৰ্ম্মা—জ্যোতি আগৰৱালা—
বিষ্ণু ৰাভা 3

„ ২২—বমা নাজিৰ—পৰমা গোহাঁই—পূৰ্ণ চাংকাকতি। 3

---



From :- Hon'ble R. Chowdhury, Minister,
Revenue Deptt.

16 th July, 1937.

I was very much amused to see the demonstration of Sjt. Kumudeswar Borthakur of his letter making. With the aid of three figures only he could form letters of as many languages as I asked him to do so and I was told that he could write 22 different languages with these three figures.

Mr. Barthakur has demonstrated his invention in several places in India and it has been greatly appreciated. I think he should be encouraged to make his invention a success.

Sd/— R. Chowdhury.

From :— Srimati vimola Thakar Rajghat-
Bhoodan & Sarbadoy Baranassi Camp

Tezpur
6.9.57.

I have had the priviledge of meeting Mr Kumudeswar Borthakur this morning, He

very kindly explained his theory of 'Three Symbols' to me. I was thrilled to learn how a number of languages could taught through the help of only three symbols.

It is indeed very unfortunate that after persistently working for twenty long years over this novel experiment Mr. Borthakur has had to give it up due to lack of financial help. How this valuable effort has escaped the notice of the State Govt. and that of the people is a thing which is beyond my understanding.

I pray to God that such an asset should not wither away. May He bless this noble experiment. I appeal to the people of Assam to compensate for this criminal neglegiance by fully co-operating with Mr. Borthakur in this sacred mission.

Sd/— Vimala Thakar
6.9.57.

— —



( copy )

From:—All Bengal Teachers' Conference
&
All India Educational, Industrial & Agricultural Exhibition,
JALPAIGURI.

March 1937.

FIRST CLASS CERTIFICATE

is awarded to Mr. Kumudeswar Borthakur B.T. Author & Educationist, Gauhati, Assam for his Novel Invention—"Three Symbols for alphabet learning for the kiddies.

Dated Jalpaiguri the 29th March 1937. J.M. ... d. I.S. Durno Vice-Chairman, Dy. Commissioner

Reception Committee. JALPAIGURI.

From :- Syed M. Saadulla Kt. C.I.E.
Ex—Minister, Education, Assam.
Ex—Finance Member Assam.
Chief Minister, Assam.

Shillong
10 - 7 - 37.

Srijut Kumudeswar Borthakur gave me a demonstration of his letter-making by means of three figures only. I was very interested and was surprised to learn that he has been able to write in 22 different languages with his 3 figures only. It is creditable of him and he deserves every encouragement.

Sd/— Syed M. Saadulla
Chief Minister.

I was also greately impressed by his performances.
Sd/— Awaheed Ali.
13.7.37.



From :- J. J. M. Nicholas Roy,
Minister L S G. Assam.

Shillong
12th July 1937.

Srijut K. Borthakur B. A. B. T. showed me the three symbols which are his own invention, with shich any alphabet of 22 principal languages in the world can be made. I was very much interested in his demonstration with the same. I believe this new invention will be a great inprovement in the teaching of the children. I think the Education Department can do a great deal to help him by introducing his system in all the primary schools in the province.

Sjt. Borthakur has spent a great deal in order to show his invention in several places in India. He ought to be encouraged by the people of Assam by helping him financially.

Sd/ - J. J. M. Nicholas Roy
( Minister L. S. G. Assam )

From :— His Excellency Sir Michael Keane
K. C. S. I., C. I. E.
Governor of Assam.

No. 190— P. 8. GOVERNMENT HOUSE
SHILLONG
ASSAM.

January 22, 1935.

Dear Sir,

In reply to your letter of the 19th, instant I write to say that His excellency was interested in your invention.

Yours truly,
Sd/— R. E. Peel.
Captain,
Private Secretary to His Excellency the Governor of Assam.



From : - J. C. Higgins Esq. I. C. S. K. C. S. I.
Commissioner, Assam Valley Districts.

Gauhati
31/10/35.

Sjt. Kumudeswar Borthakur has demonstrated to me a very ingenuous invention of his for teaching the alphabets of any language by means of dots, lines and curves combine to form the letters.

Sd/— J. C. Higgins.
Commissioner, A. V. D.

Sjt. Kumudeswar Borthakur B. A. B. T., of the Assam School service, has invented some alphabetical symbols which ought to simplify the teaching of alphabets in a large number of scripts including the Roman and all the Indian vernaculars. His symbols will therefore be of use in the whole of India and the greater part of the world when the Roman script is used.

Sd/— K. L. Borua.
Minister, Govt. of Assam,
25. 2. 36.

From :— K. W. P. Marar Esqr. I. C. S.
Deputy Commissioner, Nowgong, Assam.

Sjt. Kumudeswar Borthakur, sub-Inspector of schools of this District, after years of labour, has invented a simple method of teaching kiddies the alphabets.

He has shown me how by the combination of a line, a curve, and a dot, alphabets of any language can be made. This method is certainly well worth a serious trial an if successful will mean an important innovation in Educational methods.

12. 10. 35. Sd/— K. W. P. Marar,
D.C., Nowgong, Assam.

From:— Maulavi A. Rahman, M.A.
Assistant Director of Public Instruction, Assam, for Mahomadan Education.

Srijut Kumudeswar Borthakur, B.A, B.T., has been working hard for some time past



at finding out an easy means of teaching the letters of the Assamese alphabets to your children. The method is really interesting. He has reduced the letters to three radical signs : a straight line, a curved line and a dot. The idea seems to be that children should first of all be familiarised with these signs, and then made to write them out. By degrees they should be taught to combine them into different letters. The signs may be made out of cardboard, and the children asked to make letters out of them, much in the same way as they make letters out of seeds.

* * * * *

Srijut Borthakur's efforts are commendable, and hope that out of these beginnings a workable plan may be evolved simplifying the teaching of the alphabet to little children.

Sd/—A. Rahman.
Asstt. to the D. P. I. for
Mahomedan Education.

From :— Dr. M. I. Borah M. A., B. L., ( Dacca ). Ph. D. ( Lond ).
Head of the Department of Persian,
University of Dacca.

Srijut Kumudeswar Barthakur has demonstrated to me an ingenuous invention of his for teaching the alphabets of various languages by means of three symbols. I am rather surprised to see that he has not only succeeded in teaching the alphabets of the English, and the Indian vernacular languages such as Assamese, Bengali, Hindi etc. but also the Persian and Arabic. His system of teaching the alphabets can be used for as many as nineteen languages of the world.

I believe his system of teaching the alphabets to young children is a definite contribution to this branch of the science of teaching and it is a combination of the Dalton and the Kindergerten plans.

I should like to recommend this easy and interesting method to the Department of Education to give a trial in their schools for boys and girls. I wish every success to



the inventor and I believe that he would soon get recognition from the authorities coernecnd.

Sd/—M. I. Borah.
27-11-35.

---

From :— An Exhibition.

The Health, Industrial & Educational Exhibition, Nowgong.

Srijut Kumudeswar Borthakur B. A. B. T., Vidyavenode exhibited in the Health, Industrial and Educational exhibition held at Nowgong in January/34, his innovation of writing any alphabet of any language of the world with any or all of his three signs viz. I / O. He demonstrated, with all success, in forming the alphabets of English, Sanskrit, Arabic, Assamese, Bangalee, Gujerati, Latin etc. Pronounciation with the formation of letters and words, according to the word-making and word-taking play and the kin-

dergarten process can be taught with them very easily and without failure.

The committee being pleased with all his exhibits and innovations award him this first-class certificate of honour.

Sd/- J. M. Sildar.
Secy. District Branch.
Indian Red-Cross
Society.

Sd/- Md. Chaudhury.
President, District
Branch, Indian Red
Cross Society.



# মোৰ কথা

## দ্বিতীয় অধ্যায়



শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ
বি-এ, বি-টি, বিদ্যাবিনোদ

# সদৌ অসম লাইব্ৰেৰী সঙ্ঘৰ সূচীপত্ৰ



---

# মোৰ কথা

ইতিমধ্যে কাকতে-পত্ৰই পঢ়ি, বৰোদা ৰাজ্যৰ "গুই-কোঁৱৰ" মহাৰাজ যে শিক্ষানুৰাগী, তাৰ বহুতো প্ৰমাণ পোৱা গৈছে। এবাৰ তেখেতক লগ ধৰি, মোৰ "তিনিটা-চিনৰ" সকলো বৃত্তান্ত কবৰ হেঁপাহ আছিল। সেই কাৰণে, এইবাৰ বৰোদা-ৰাজ্যলৈ যাত্ৰা কৰিলো। কাৰণ, অলপ দিনৰ আগতে, ৰসৰাজ বেজবৰুৱা ককাদেউতাই জোঁৱায়েক ইঞ্জিনিয়াৰৰ লগত থাকি, তাত "অসমীয়া বৈষ্ণৱ সাহিত্য" নাম দি এলানি বক্তৃতা দিছিল। তেখেতৰ সুনামকে সমল কৰি লৈ, মোৰ চেষ্টা কৰিবৰ কথা। যথাসময়ত বৰোদা পালোগৈ কিন্তু গুইকোঁৱৰ চাহেব নাই—য়ুৰোপ ভ্ৰমণলৈ গৈছে। কেতিয়া আহিব কোনেও নকয়—আন্দাজ কৰিছে আৰু এসপ্তাহৰ পাচত পাবহি। মই State Guest হৈ ৰজাৰ আলহী হৈ থাকিব লাগে—আগতে লিখাৰ গুণ। গৈ পোৱাৰ দিনা, বৰ সম্ভ্ৰমেৰে তাৰ "দেৱান চাহেবক" লগ ধৰিলো। কিন্তু মোৰ "তিনিটা চিন"ৰ কথা নকলো। তেনেকৈ সদৰি কৰিলে, সহায়ৰ বিপৰীতটোহে হেনো পাব পাৰি। আৰু কিবা ভাগ-বঁটৰা হব পৰাৰ সম্ভৱ বোলে। সেয়েহে সেই বিষয়ে নিমাতে থাকিলো।

নতুন ৰাজ্য চাই ফুৰিছো। আৰু বহুতো আগতে শুনি অহা "ঘূৰি ফুৰা পুথিভঁৰালৰ" ব্যৱস্থা চালো। ইফালে-সিফালে যাওঁতে দেখিলো—একোখন গাড়ীত কিতাপ সজাই লৈ গৈছে বা একোটাই একো বোজা বান্ধি নিছে আৰু মুখেৰে লগৰ কিতাপবোৰৰ নাম উচ্চাৰণ কৰি, তাৰ বিৱৰণ দিছে। এইদৰে শুনোতাৰ মন কিতাপলৈ আকৰ্ষণ কৰিছে। কোনো ঠাইত আকৌ বৈ সমবেত জনতাক কিতাপবোৰ বিলাই দি এঘণ্টামান পঢ়া বা চোৱাৰ পাচত সেইবোৰ আকৌ গোটাই লৈ গৈছে। এইদৰেই মানুহক কিতাপ-মনৰ ( book minded ) কৰিছে। কোনো ঠাইত কিতাপৰ সচিত্ৰ কেটেলগ বিলাই দিছে বা কোনো কোনো লোকক সচিত্ৰ বাতৰি-কাকত পঢ়িব দিছে আৰু এটা সময়ৰ অন্তত সেই-বোৰ আকৌ গোটাই লৈছে। এনেবোৰ দেখি ভাল লাগিল।

এসপ্তাহতো গুঁইকোঁৱৰ ( Guekwar ) মহাৰাজ উলটি নহাত আৰু কেতিয়া আহিব, তাক কোনেও ঠিৰাং কৰি কব নোৱাৰে দেখি, তলি উদং ; মই ৰসতে নাম লৈ, লগতে থকা টিকটৰ সহায়ত আকৌ গুৱাহাটী পালোহি। কৈ সুখ পাইছো যে বাটৰ খোৱাক বুলি সুন্দৰ পাৰোঠা, কোমল কটি, সুন্দৰকৈ সিজোৱা বুটডাইল আদিৰে লগত ভাজি-মিঠাই এসোপাৰে গৰাকী সকলে বান্ধি-ছাটি লগত দিলে—অশেষ ধন্যবাদেৰে বিদায় দিলো। বৰোদালৈ আমাৰ শ্ৰদ্ধাভৰা নমস্কাৰ!



গুৱাহাটী পুৱাই পালোহি। ইজন-সিজনৰ পৰা শুনিলো বোলে ইয়াত এখন ৰাজহুৱা সভা পাতিছিল। "অসম সাহিত্য সভা" এইবাৰ গুৱাহাটীত বহাৰ কথা তাত থিৰ হ'ল। ইয়াৰ অভ্যৰ্থনা সমিতিৰ সভাপতি তেতিয়াৰ মিউ-নিচিপেল চেয়াৰমেন শ্ৰীগোপীনাথ বৰদলৈ এড্ভোকেট্। দুটীয়া জেনেৰেল চেক্ৰেটাৰী শ্ৰীমৌলবী মহিবুল্লা ই-এ-চি, আৰু কাৰ্জ্জন্ লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান শ্ৰীহৰমোহন দাস ডাঙৰীয়া। আবেলি বুৰঞ্জী শাখাৰ সম্পাদক শ্ৰীসৰ্ব্বেশ্বৰ কটকীয়ে আৰু সু-সাহিত্যিক শ্ৰীজগতিৰাম লহকৰে মোক লগ লগাই সন্ধ্যাৰ সমিতিলৈ কাৰ্জ্জন্ হললৈ লৈ গ'ল। তাত শ্ৰীবৰদলৈয়ে আমাক ক'লে—"আপুনি ১৯২০ চনত বহা ডিব্ৰুগড় সাহিত্য সভাত" "সঙ্গীত শাখা" স্থাপন কৰিছিল বুলি সাহিত্য সভাত লিখি থৈছে। ইয়াতো আপুনি কিবা এটা কৰক।" তেতিয়া সকলো শাখাৰ দিহা-পোহা হৈ গ'ল। অলপ বৈ মই তিনিদিন সময় খুজিলো। শেহত "অসম লাইব্ৰেৰী" শাখা ইয়াৰ লগত খোলাৰ কথা ক'লো। গৰাকীসকল মান্তি হ'ল আৰু আৱশ্যকীয় কাগজ-পত্ৰ লেফেফা চিঠিলিখা কাকত আৰু ডাকঘৰীয়া টিকট আদি মোক দিলে।

"চেক্ৰেটাৰী লাইব্ৰেৰীশাখা-পোঃ গুৱাহাটী"—"অসম সাহিত্য সভা" ৰবাৰ ষ্টাম্পেৰে মই চেক্ৰেটাৰী হলো। এই সম্পৰ্কে যিহকে কৰো তাতে অনুমোদন পোৱা হলো। হেড্মাষ্টাৰ পূজনীয় শ্ৰীৰামেশ্বৰ বৰুৱা তেতিয়া পেঞ্চন লৈ

যোৰহাটত আছেগৈ। সমিতিৰ অনুমোদনক্রমে তেখেতলৈ লিখিলো, আৰু তেখেতেও যথাসময়ত সন্মতি জ্ঞাপন কৰিলে। গোটেই অসম জোৰাই এই শাখা সভাৰ জাননী দিয়া গ'ল; আৰু স্থাপিত বা সম্ভাব্য লাইব্রেৰীবোৰৰ নাম-ঠিকনা-কিতাপ-সংখ্যা-বিধ-কেতিয়া স্থাপিত-ইয়াৰ সভাপতি-চেক্রেটাৰী-কার্য্যকৰী-সমিতি-ধন-এককালীন দান-বছৰেকীয়া বৰঙণী-চর্কাৰী মঞ্জুৰী-ৰাইজৰ দান-মাটি-ঘৰ-সমল-সজুলি আদিৰ হিচাবো খুজিলো। দিনে কিমান মানুহে পঢ়ে-পুৰুষ-মহিলা-শিশু আৰু যি ঠাইত অৱস্থিত তাৰ লোকসংখ্যা; লোক সংখ্যা অনুপাতে পঢ়ুৱৈৰ লেখ আদিৰ হিচাবো খুজিলো। আৱশ্যক বুজি আৰু মনত পৰা কিবাকিবি বিচাৰিলো।

দেখিলো, কিছুমান ঠাইত লাইব্রেৰী নায়েই। যেনে ডিব্রুগড়। বেছিভাগতে নামতহে লাইব্রেৰী আছে। তেজপুৰত ৰাজহুৱা লাইব্রেৰীৰ উপৰিও, এজন ডেকাই মাহিলি বৰঙণি লৈ কিতাপ পঢ়িবলৈ দিয়া পুথিভঁৰালৰ নাম "বাণী লাইব্রেৰী"। কোনো ঠাইত একোজন সদাশয়ে বিনা মাচুলে—বিনা বৰঙণিৰে পঢ়িবলৈ কিতাপ যোগায়—যেনে—ডিব্রুগড়ৰ শ্রীলবোৰাম দত্ত, শিৱসাগৰৰ শ্রীঅক্ষয় কুমাৰ ঘোষ বি-এল আৰু শ্রীমান ভগৱতীপ্রসাদ বৰুৱা আদি। গোটেই অসমত মহিলা পৰিচালিত লাইব্রেৰী এটা ধুবুৰীত আছে। শিশুৰ কাৰণে সুকীয়া ব্যৱস্থা ক'তো আমি জনাও নাই।

# সদৌ অসম লাইব্রেৰী সঙ্ঘ



লোকপ্রিয় বৰদলৈ

এই ১৯৩৮ চনত আমি পোৱা নাছিলো—

ৰাজহুৱা লাইব্ৰেৰী ··ডিব্ৰুগড়ত-লক্ষীমপুৰ জিলাৰ সদৰ ঠাইত

মহিলা ··· ··· ধুবুৰী বাদে—গোৱালপাৰা······

শিশু ··· কোনো ঠাইত নাই।

ধৰ্ম-দৰ্শন-সম্বন্ধীয় লাইব্ৰেৰী সত্ৰ, মন্দিৰ, মছজিদ, গীৰ্জ্জাত আছে কিন্তু দিয়া, পোৱা, বিলোৱা লিষ্টি নাথাকে।

মজদুৰলৈ লাইব্ৰেৰী বা ৰীডিং চেণ্টাৰ (পঢ়া-কেন্দ্ৰ) নাই।

চাহ বাগানৰ নিচেই কম সংখ্যক বাবু-বহুৱালৈ ক্লাব বা পঢ়া ঠাই থাকে। কোনো স্কুলতে পঢ়া-কোঠা নাই।

কোনো স্কুলতে লাইব্ৰেৰীয়ান নাই। লাইব্ৰেৰীয়ানসকল পালমৰা শিক্ষক। কোনো কলেজ বা হাইস্কুলৰ লাইব্ৰেৰীয়ান বিশেষ শিক্ষাপ্ৰাপ্ত নহয়।

ছিলঙৰ চৰ্কাৰী লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীয়ান } বাদে প্ৰশিক্ষণপ্ৰাপ্ত ভঁৰালী নাই

চৰ্কাৰী লাইব্ৰেৰীত (ছিলঙৰ) অসমীয়া কিতাপবোৰৰ দুৰ্গতিৰ সীমা নাছিল। "অৰুণোদয়"ৰ বহুতো পাত নাইকিয়া হ'ল—বহুতো পোকে খালে—নিধিবামৰ বাইবেল গৱেষণাৰ বস্তু হৈছিল। এনেবোৰ দেখি, আমি ক'তনো আছো তাবেই সন্দেহ হৈছিল।

যিমানেই অধিবেশনৰ ওচৰ চাপিছে,, সিমানে আমাৰ গাত জুই লগাদি লাগিবলৈ ধৰিলে। এজনে আহি ক'বহি,

"আপোনাৰ অধিবেশন মিছা হ'ব—ভেচ্ ভেচিয়া পৰিব। কোনো মানুহ নাযায়।" কোনোৱে আকৌ আন প্ৰকাৰে মস্কৰা কৰিব। আমি কিন্তু নিজক চম্ভালি আছো। লাইব্ৰেৰীৰ সু গুণ বৰ্ণাই ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছো।

জজ্ শ্ৰীযোগেন বৰুৱা, পেঞ্চনীয়া মহকুমা হাকিম শ্ৰীবিষ্ণু ভুৰবা, কবিবৰ শ্ৰীৰঘুনাথ চৌধাৰী প্ৰমুখ্যে সাহিত্য সভাৰ কৰ্ণধাৰ সকলৰ কাষ চাপিলো। চাহ-চেনি-তামোলৰ যোগাৰ হ'ল, আৰু এইবোৰৰ ভাৰ মোৰ বিশ্বাসী কৰ্ম্মীছাত্ৰদল —উজানবজাৰৰ শ্ৰীনন্দ, পান বজাৰৰ শ্ৰীপ্ৰমোদ, চেনীকুঠিৰ শ্ৰীযোগেন আদিক দিলো। প্ৰচাৰ কাৰ্য্যৰ উপৰিও, সেইদিনাৰ আগৰ পৰাই সেই ৰভাঘৰলৈ অহা সকলক বিনামূল্যে চাহপানী আদি যতাই দি আপ্যায়িত কৰিবলৈ ধৰিলে।

অধিবেশন বৰ সমাৰোহেৰে হ'ল। বহু ঠাইৰ পৰা প্ৰতিনিধি সকল আহিছিল। আমাৰ ছাত্ৰবৰ্গও প্ৰতিনিধি হ'ল। অধিবেশন-প্ৰেমী সকল আহি ৰভাঘৰ উপচি পৰিল। ছেক্ৰেটাৰী প্ৰতিবেদন-পাঠ আৰু সভাপতিৰ ভাষণ দানৰ উপৰিও; উপস্থিত সমজুৱাৰ কোনো কোনোৱে বক্তৃতা ( প্ৰিন্সিপেল জে-বৰুৱা, ছেক্ৰেটাৰী মহিবুল্লা ই-এ চি আদিয়ে ) দিছিল। হৰ্ষধ্বনিৰে ৰভাঘৰ মুখৰিত হ'ল। আমিও ধন্য মানিলো।

অধিবেশনৰ পিচত দেখিলো কোনেও এই বাৰ লবলৈ আগবাঢ়ি নাহিল। বুজিলো, আমাৰ ওপৰত এই বিষয়ে সকলোৱে নিৰ্ভৰ কৰিছে। "আন্তৰ্জাতিক শিক্ষা সমাজ"ৰ



পৰা আৰু বৰোদাৰ পৰা লাইব্ৰেৰী সম্বন্ধে লিখালিখি কৰি আৱশ্যকীয় কাকত-পত্ৰ গোটাই ল'লো। প্ৰত্যেক কামতে বহুতো সময় লাগিছিল।

পূৰ্ণ পয়োভৰেৰে আমি কাম হাতত ললো—আমাৰ সম্বল মাত্ৰ ছাত্ৰ আৰু উদ্যোগী ডেকাদল। গুৱাহাটীত এনে উৎসাহী লোকৰ অভাৱ নাই। কিবা এখন সভা পাতিব লাগে, ল'ৰাবোৰ উপচি পৰে। গোৱালপাৰা আৰু নলবাৰীলৈ আহ-যাহ কৰা যান-বাহনত যাতায়ত বিনামাচুলে কৰিবলৈ দিনে পতি ছুটা টিকট যোগাৰ কৰিলো। গৰাকীসকল বৰ দয়ালু—বিশেষকৈ মাছখোৱা অফিচৰ মুছলমান ডেকাজন। বহুতো ছাত্ৰই সপ্তাহত একোবাৰ আহ-যাহ কৰে। বিনা-মূল্যে যাব-আহিবলৈ পাই, তেওঁলোকে লাইব্ৰেৰীৰ আৱশ্যকতা ৰাইজক বুজাবলৈ আৰু অসমীয়া কিতাপেৰে একোটা পুথিভঁৰাল পাতিবলৈ যো-জা কৰিলে। কেল্‌ভিন্ আদিৰ চিনেমাৰ পৰ্দ্দাত লাইব্ৰেৰীৰ বিষয়ে সৰু-সুৰা জাননী দিয়া হ'ল। স্থানীয় সকলো কাকতে—তিনিদিনীয়া-সাপ্তাহিক-মাহিলি, অসমীয়া-জয়ন্তী-সেৱক-কংগ্ৰেছ আদিয়ে এনে ছুটি কথা প্ৰকাশ কৰিছিল। নতুন অসমীয়াৰ সুযোগ্য সম্পাদক শ্ৰীযুত হৰেন্দ্ৰনাথ বৰুৱা বি, এচ দেৱৰ নাম ( তেতিয়া অবিবাহিত ) বিশেষ ভাবে উল্লেখযোগ্য।

এনে ছুটি টোকাৰ উপৰি, ছাত্ৰসকলে যেনি-তেনি সভা-সমিতি পাতি এই বিষয়ে আন্দোলন চলাবলৈ ধৰিলে।

কামৰূপৰ ছাত্ৰই আন জিলাৰ নগৰীয়া বিলাকলৈ 'লাইব্ৰেৰী আৰু আন্দোলন' বিষয়ে আন কথাৰ লগতে লিখিবলৈ ডাক ঘৰৰ কাৰ্ড্-লেফেফা বিনাখৰচাই যোগাৰ পালে। ছাত্ৰ বা ডেকাসকলে পতা সভা-সমিতিলৈ, বন্ধ বা হাফ্ পালেই আমি যাওঁ। কেতিয়াবা কোনো ঠাইত ৰাতিও কটাও। শ্ৰীবিষ্ণু দুৱৰা হাকিমে চাৰি হেজাৰৰো অধিক কিতাপ আৰু কলিবৰ শ্ৰীৰঘুনাথ চৌধাৰীদেৱে তেখেতৰ প্ৰায় পাঁচশ "বাঁহী," "সুৰভি" আদি লাইব্ৰেৰীপ্ৰেমী ৰাইজৰ মাজত বিলাই দিবলৈ দান কৰিলে। কাৰ্জ্জন্-লাইব্ৰেৰীত বন্ধুবৰ ৺হৰমোহন দাস ডাঙৰীয়াই এইবোৰ জমা থবলৈ আৰু বিলাই দিবলৈ গাত ললে। তাৰোপৰি বহুতো লাইব্ৰেৰীৰ প্ৰতিনিধিদল আহি স্থানীয় কিতাপৰ দোকানৰ পৰা কিতাপ-ভিক্ষা কৰিবলৈ ধৰিলে। এই কিতাপ-ভিক্ষা বা দান আমাৰ ইয়াত প্ৰথম কথা। বহুতো গাৱঁত মুষ্টি-ভিক্ষাও চলিল। "মুষ্টি-ভিক্ষাৰ" সংগৃহীত ধনেৰে পুথিভঁৰাল টনকিয়াল হ'ল। শ্ৰাদ্ধ-বিবাহ আদিতো দান সংগ্ৰহ হবলৈ ধৰিলে। বহুতো মাহেকীয়া বা ৰংচঙীয়া কাকতো, আৰু পঢ়ি এটোৰা অৰিয়েণ্ট্ আদি চিত্ৰ-বিচিত্ৰ থকা কাকতো, এই উদ্দেশ্যে বহুতে আমাক দান কৰিছিল। সেইবোৰেৰে জাহাজঘাট আৰু ৰেল ষ্টেছনত থকা মজ্‌দুৰ সকলৰ বাবে আৰু ঘৰুৱা লিগিৰা সকলৰ কাৰণে সন্ধ্যা আৰু ৰাতিৰ ৰীডিং ক্লাব্ পাতি দিয়া হৈছিল। কলেজ আৰু স্কুলীয়া বহুতো ছাত্ৰ



আৰু ডেকাদলে ৰ'দত সেপ্ টুকি, বৰষুণত তিতিও ইচ্ছুক গৃহস্থৰ পৰা কিতাপ কাকত গোটাইছিল। পাচতো বহুতো গৃহস্থীত "ঘৰুৱা লাইব্ৰেৰী" পতাৰ সূচনা হৈছিল। এবাৰ শ্ৰীকালিৰাম মেধি ডাঙৰীয়াক আমাৰ মুখীয়াল পাতি লৈ আমি মণিপুৰ আৰু কহিমালৈ এনে সমলেৰে যাবলৈ সাজু হ'লো। চৰ্কাৰী হেণ্ডাৰে বাট ভেটা দিয়াত আমি নিৰাশ হৈ থাকিব লগা হ'ল। সেই সময়ত ওলোৱা লগৰ ডেকা কেইজন কিন্তু নিৰুৎসাহ নহল। যেনি পাই তেনি, তেওঁলোকে এই উদ্যম চলাই আছিল। এই সময়তে বিভিন্ন মাহত, আমি যোৱা আৰু ভোট লবলৈ চল পোৱা—এছেম্ব্লি, লোকেলবোৰ্ডৰ বাবে—(১) বাঁহজানি (২) কুৰুৱা (৩) চামতা (৪) বাটৰ হাট (৫) হাজো (৬) পলাশবাৰী (৭) কাঁহীকুচিৰ ওচৰৰ (৮) ব্ৰাহ্মণবেৰীয়া (৯) শদলাপুৰ (১০) মিতানি (১১) আগিয়াঠুটি (১২) সাংসাৰী (১৩) ৰঙীয়া ষ্টেছন আদি ঠাইত সভা-সমিতি পাতি প্ৰচাৰ কাৰ্য্য চলাইছিলো।

ইয়াৰ ভিতৰত হাঁহি-উঠা কথা দুটামান হৈছিল। এজন অৰসৰী ওখ বিষয়াই গুৱাহাটীৰ চাকিট্ ঘৰত থকা ইন্‌স্পেক্টাৰক টানি ধৰিলে যেন অতিশীঘ্ৰে মোক তাৰ পৰা বদলি কৰিব লাগে। "কাৰণ, ল'ৰাবোৰক লাইব্ৰেৰীৰ কামত তেওঁ বলিয়া কৰিলে। দিনে দিনে মিটিং—দিনে দিনে সংগ্ৰহ ইত্যাদি আছেই।" তেওঁ ক'লে, "এইটো

অৰণ্যে বেয়া কথা। পাচে, তেওঁ জানো এই ফালৰ মানুহ?” “তেওঁ উজানৰ, ইয়াৰ নহয়।” “বহুতো পুৰণি শিক্ষক হ’বলা?” “নহয়। তেওঁ ইয়াত কাম কৰা কেই মাহমানহে হৈছে।’ ল’ৰাই জাননী বিলায়, মানুহ মাতে, সংগ্ৰহ কৰে আৰু কি কৰে? অভিভাবক সকলে দৰ্খাস্ত দিব পাৰে দেখোন?—“অভিভাবকো সেই।” “তেওঁ কৰা কামত সকলোৰে মত আছে হ’বলা—তেন্তে মই একো কৰিব নোৱাৰো। এনে এজন সৰবৰহী লোক গুৱাহাটীৰ উপযুক্ত।” পাচত মোক লগ ধৰি এইখিনি কৈ আনন্দ প্ৰকাশ কৰিলে।

৺কামাখ্যাধামত এটা মঙ্গলীয়া লাইব্ৰেৰী আছিল। কিতাপ প্ৰায়বিলাক বঙালী—ক’ৰবাত কাচিৎহে দুই এখন অসমীয়া কিতাপ তাত আছে। তাৰ ডেকাসকল বৰ উদ্যমশীল। এওঁলোকে আমাক লগ ধৰিলে। ছপোৱা বহুত নিয়মকানুন আৰু দিব পৰা কিতাপ-কাকত দি, কামাখ্যাত এক বৃহৎ অধিবেশন পাতিবলৈ উৎসাহ দিলো। গুৱাহাটীৰ কোনো এজন বিশিষ্ট লোকক সভাপতি পাতিবলৈ প্ৰস্তাৱ কৰিলো। তেওঁলোকে কৃপা কৰি আমাৰ কথা শুনিলে। তেতিয়া গুৱাহাটী লোকেলবোৰ্ডৰ চেয়াৰমেন শ্ৰীযুত মেধি ডাঙৰীয়া। তেখেত সভাপতি হবলৈ মান্তি হ’ল। আৰু অধিবেশনত স্বনামধন্য ভোলানাথ প্ৰিঞ্চিপেল জে-বৰুৱা ডাঙৰীয়াই বক্তৃতা দিবলৈ কথা দিলে। ছপা হেণ্ডবিল ওলাল। কামাখ্যাৰ বেণ্ড্‌পাৰ্টিয়ে উৎসৱৰ আগজাননী



নগৰত আনন্দেৰে দিলে। কোনোৱা কোনোৱাক সেই অধিবেশনলৈ ঘৰত গৈ নিমন্ত্ৰণ কৰিলো। ডেকাদলৰ অতি প্ৰিয় লগৰ অনুষ্ঠান এখন থিয়েটাৰ পাতি নিজৰ সৌন্দৰ্য্যজ্ঞান আৰু কলাবিদ্যা প্ৰকাশ আদি দেখুৱাবলৈ যো-জা কৰিলে।

নিৰ্দ্দিষ্ট দিনা দুপৰীয়া আগতীয়া কথা দিয়াৰ দৰেই প্ৰিঞ্চিপেল জে-বৰুৱা ডাঙৰীয়াক নিবলৈ আহিলো। দেখো মই সেই ঠাই পোৱাৰ আগতে তেখেত ওলাই সাজু হৈ আছে—খোজ দিয়েহে। গৈ গৈ আমি কামাখ্যা গেট্ পালোগৈ। তাৰ পৰা দুয়ো ওপৰলৈ খোজ দিছো। প্ৰত্যেক খোজতে তেখেতৰ সাৰগৰ্ভ কথা—প্ৰত্যেক খোজতে ভাল ভাল ইংৰাজী লিখকৰ আৰু ৰবি ঠাকুৰৰ বাণী। তেখেতৰ কথাৰ ওপৰত কিবা এটা কবৰ আমাৰ সাধ্যও নাই—সেই জ্ঞান-বিদ্যাও নাই। যেতিয়াই অলপ পাচ পৰো (তেখেতৰ লগত ফেৰ মাৰিবৰ মোৰ ক্ষমতাও নাই) ঘপ্ কৰে হাতত ধৰি মোৰ বাউসীত ডাঙি আগবঢ়াই লৈ যায়। নিজৰ বা সামাজিক বা এনে কোনো কথাই এই এঘণ্টাকাল ঠাই নাপাইছিল।

কামাখ্যা ধামৰ লাইব্ৰেৰী অধিবেশন লেখত লবলগীয়া। বহুতো প্ৰজাই কি গোটেই কামাখ্যাই ইয়াত গোট খাইছিল। তদুপৰি, ওচৰ-পাজৰৰ পৰাও—শোৱালকুচি-হাজো-পলাশবাৰী আদিৰ পৰাও জনসমূহ আহি ইয়াত থুপ খাইছিলহি। ইয়াৰ সঙ্গীত অতীব সুৰলা, আকৰ্ষণীয়।

তাতে আকৌ ইয়াৰ উচ্চ শিক্ষিত ডেকাৰ প্ৰতিবেদন, সভাপতিৰ সত্যানুলেপন অভিভাষণ, নিৰ্দ্দিষ্ট বক্তা প্ৰিঞ্চিপেল ডাঙৰীয়াৰ চুটি অথচ সাৰগৰ্ভ কথা, অন্যান্য কৰ্ত্তা সকলদো লেখত লবলগীয়া মৰ্ম্মস্পৰ্শী জ্ঞানৰ দীপিকা অতীৱ মনোৰম হৈছিল। এইবোৰ গোট খাই, নতুন যুগৰ সূচনা কৰিছিল। শ্ৰীযুত মেধি ডাঙৰীয়াই আমাৰ কাৰ্য্যত পোন্নেই সদায় কেট্‌কেটাই উঠে, খঁহি থাকিব পাৰিলে— মিত্ৰতা স্থাপন হয় আৰু আমাক সদায় সহায় কৰে। এতিয়া এবাৰ যেতিয়া তেখেতে উজ্জ্বল জোৰটাৰ ধৰিলে লাইব্ৰেৰী অধিবেশনত যোগ দিলে আৰু কদাপি বিয়োগ হ'ব বুলি ভাবিব নোৱাৰি।

ইয়াৰ পিচে পিচে অসম সাহিত্য সভাৰ অধিবেশন এইবাৰ যোৰহাটত বহিব। সেই কালত বহুতো নতুন নতুন লাইব্ৰেৰী গাৱঁত স্থাপিত হৈছে হুচৰি গাই, বিহু নাচি, পয়চা তুলি, ভিক্ষা কৰি ডেকাসকলে পাতিব লাগিছে। অ'ৰ খুটা ত'ৰ খেৰ তেওঁৰ বাঁহ, এওঁৰ বেট এওঁৰ চাবুনৰ বাকচ তেওঁৰ আমাৰ বাকচ আদি গোটাই যি ,কোনো ৰকমৰ কিতাপ গোটাই ভাৰনাৰ দৰে কোনোক পুথিভঁৰালী, কোনোক ছেক্ৰেটাৰী, কোনোক সভাপতি, কোনোক ধনভঁৰালী, পাতি, কোনোৱে নিজে চকীদাৰ-মালী। আদি হ'বলৈকো সঙ্কোচ নকৰি লাইব্ৰেৰী পাতিছে। কতৰ পৰলা কতৰ কঠিয়াতলি, মাহতলি, গাৱঁৰ মুকলি বা মাজঠাইৰ বা চন্



পৰা কোনো এঠাইত ঘৰ এটা সাজি "লাইব্ৰেৰী" বুলি ডেকা-ডঙুৰা ল'ৰা-ছোৱালী বোৰে সমাদৰ কৰিছে।

"গতিকে, এইবাৰ তিনিশ জনমান প্ৰতিনিধি যে হ'ব, ই ধ্ৰুৱ। তদুপৰি এওঁলোকৰ তুমাজখোৱাৰ দাম যোগাম।" এই বুলি কোৱা সত্ত্বেও টানি কাকুতি কৰাতো, তেওঁলোকে আমাৰ প্ৰতিনিধিক বেলেগে ঠাই নিদিবলৈ আমালৈ থাতাং কৰি জনালে। বাধ্য হৈ মনৰ বেজাৰ মনতে সামৰি আমি সাহিত্য সভাৰে সম্বন্ধ চিঙিলো—এই অধিবেশন সম্বন্ধে।

আৰু ইয়াৰ আগে-পাচে, চুৰ্‌বীয়াকৈ হলেও "সদৌ অসম লাইব্ৰেৰী সঙ্ঘৰ" দ্বিতীয় অধিবেশন গুৱাহাটীৰ কাৰ্জ্জন হলত, সৰবৰহী জে, বৰুৱা বেৰিষ্টাৰ ডাঙৰীয়াৰ সভাপতিত্বত পতা হ'ল। শ্ৰীহৰমোহন দাস কাৰ্জ্জন লাইব্ৰেৰীয়ান হ'ল আমাৰ নিৰ্দ্দিষ্ট বক্তা। অধিবেশনত শ্ৰীজ্বল্‌তিৰাম লহকৰ ভূঞা ডাঙৰীয়াৰ বক্তৃতা বিশেষ উল্লেখযোগ্য। এখন কাৰ্যকৰী সমিতিৰে ইয়াৰ সভা শেষ হ'ল। আমাক আকৌ ৰাখিলে ; কিন্তু আমি গুৱাহাটীৰ থানিকা সলাব লগা হ'ল। তেতিয়াৰ শিক্ষা-মন্ত্ৰী শ্ৰীৰোহিনী কুমাৰ চৌধুৰীয়ে ডাইৰেক্তাৰ স্মলৈ লিখিছিল—শ্ৰী···গুৱাহাটীত থকাৰ আৱশ্যকতা আছে। তেওঁক তাত ৰাখিবই লাগে। "উত্তৰত ডাইৰেক্তাৰে লিখিলে "গোৱালপাৰা গুৱাহাটীৰ ওচৰত। আশী-পঁচাশী মাইলৰ ব্যৱধান মাত্ৰ।"

আমি গুৱাহাটী এৰাৰে পৰা চাকৰিৰ হেঁচাত আৰু উপৰিস্থৰ অপ্ৰিয়ভাজন হোৱাৰ শঙ্কাত কোনো সভা-সমিতি

সহজে পাত্তিবৰ চেষ্টা কৰা নাছিলো। মাত্র মাজে-সময়ে একোখাৰ লিখি "লাইব্ৰেৰী সম্ভৱ" নামটোহে জীয়াই ৰখা হৈছিল। কামৰ বিৰতি সময়ত দেখিলো যে আমাৰ মানুহে সাধাৰণতঃ কিতাপ বৰ কমকৈ কিনে বা কিনিলেও, মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যই কবৰ দৰে "পাতবোৰ কেঁচা হৈ থাকে"।—পাত নাকাটে বা মুলুটিয়ায়। কি কৰিলে পঢ়িব বা পঢ়াৰ ৰাপ্ থাকিলে, অসমীয়া কিতাপ হাতত ল'ব তাৰ চিন্তা কৰিব লগা হ'ল।

মোৰ দুই ফৰ্ম্মাৰ "লাবইণৰ আদি পাঠ," "দ্বিতীয় ভাগ" ছবছৰৰ অধিক দিন চলাৰ পাচত বন্ধ হ'ল। এই দুখন তেজপুৰ অঞ্চলত বিভাগীয় পৰীক্ষাত কৃতকাৰ্য্য হোৱাৰ বাবে মঞ্জুৰ হৈছিল—Departmentally Experimented-এতিয়া টেক্সট্ বুক্ কমিটিৰ গৰ্ব্ব খৰ্ব্ব হোৱা হেন হৈছিল। তেওঁলোকৰ গৰ্ব্ব (গৌৰব) অটুট কৰিবলৈ যাওঁতে মোৰ হানি হ'ল। গুৱাহাটীৰ চাৰ্কিট্-হাউচত ইন্স্পেক্তাৰক জনালত কাকুতি মিনতি কৰিও মোৰ গতি নহ'ল। যিহকে তিহকে তেওঁ কবলৈ ধৰিলে। বৰ খং উঠিল। যিহকে পাই তাকে কবলৈ ধৰিলে। কি এক অশুভ মুহূৰ্ত্তত মোৰ মুখৰ পৰা ওলাল—"বছেৰেকত চল্লিশ-পঞ্চাশ হেজাৰ বিকা দেখি আপোনা-সকলৰ চকু পুৰিছে। এই দুই ফৰ্ম্মাৰ কিতাপত এনে চকু !!! তেন্তে এক ফৰ্ম্মাৰ পৰা দহ ফৰ্ম্মাৰ এনে কিতাপ উলিয়াম, যাতে আপোনালোকক নখটাকৈয়ো বিকিব পাৰো।"



তেৰোঁ "বাৰু কৰক দেখো" বুলি দুষ্ট হাঁহিৰে আমাক বিদায় দিলে।

"মা নিষাদ ত্বমগম শাশ্বতি সমা"—বুলি আকস্মিকে মহাকবি বাল্মিকীৰ মুখত ওলাইছিল আৰু তেওঁৰ পৰাই জগতে পালে "ৰামায়ণ"—মোৰ কি দুৰ্গতি? কিহে মোৰ মুখ ৰক্ষা কৰিব? কি পুথি লিখিলে অসমীয়াই হাতে হাতে লব আৰু আদৰ কৰিব? গোহাঞি বৰুৱাই নিজা কিতাপ নিজে মুখ চলাই বিকিছিল—ৰৰদলৈ ডাঙৰীয়ায়ো "অসমত পকা ঘৰ নাই দেখি, 'উপন্যাস লিখা টান" বুলি গুৱাহাটীৰ চুড্মাৰ্চ্ন হলত ৰাইজক জনাইছে। গতিকে, তিনিদিন তিনি ৰাতি চিন্তাতে মোৰ কাল গ'ল। শেহত বাট ওলাল।

চাৰিখন বেদৰ কথা লিখা "বেদবাণী"ৰ পাঁচশ কপিৰ পঞ্চাশখন দহ·পোন্ধৰ বছৰত বিক্ৰি নহয়; য'ত এনে দুৰৱস্থা তাত ডিটেক্তিভ কথাই গা কৰিব পাৰে। ইংলণ্ডত কনেন ডয়েলৰ শ্বাৰ্লক্ হোম্চ-খ্যাত ডিটেক্তিভ কাহিনীয়ে ইংৰাজী সাহিত্যত ওখ আসন গ্ৰহণ কৰিছিল। তেতিয়া গুৱাহাটীৰ "অসমীয়া অফিচত" মোৰ পঁয়ত্রিশটকামান জমা আছে। তাকে পুঁজি কৰি লৈ প্ৰাতঃ স্মৰণীয় ৺ চন্দ্ৰকুমাৰ আগৰৱালাৰ তত্ত্বাৱধানত "দুই দাৰোগা" আদি দু-অনীয়া দুই ফৰ্ম্মাৰ ডিটেক্তিভ উলিয়ালো। এই জাত কিতাপৰ দুহেজাৰ কপি বিক্ৰি হ'বলৈ দুমাহ সময়েই নালাগিছিল। ৺ আগৰৱালা,

৺ ৰজনী বৰদলৈ আদি আমাৰ বিশিষ্ট সকলে আমি থকা থানিকালৈ গৈ প্ৰশংসা আৰু আশীষ জনালে। ৺ বৰদলৈ ডাঙৰীয়াই কৈছিল—"অসমীয়াত নোহোৱা কথা থ্ৰিলিয়ালা। ইয়াত ডিটেক্তিভৰ ঠাই নাই বুলিছিলো। বহুতো সভা-সমিতিত কৈছিলোও; অসন্তুৰক তুমি সন্তুৰ কৰিছা। এখন পুৰাকৈ বিক্ৰি নহওতেই তাৰ পিচৰ খনৰ গ্ৰাহক হয়।"

আমাৰ ডিটেক্তিভৰ সমাদৰ বাঢ়ি গৈছিল। একে সময়ত অসমৰ বিভিন্ন প্ৰেছে আৰু "প্ৰকাশনে" আমাৰ কিতাপ প্ৰকাশ কৰিছিল। যেনে—(১) যোৰহাট ৰবকটকী কোং (২) গোলাঘাট – যত্নমণিপ্ৰেছ (৩) তেজপুৰ ভট্টাচাৰ্য্য প্ৰেছ (৪) বি আৰ কলিতা এণ্ড কোং (৫) গুৱাহাটী —জয়ন্তী আর্টপ্ৰেছ (৬) পদ্ম প্ৰকাশ (৭) নগাওঁ—পুথি-ঘৰ (৮) ছিলং – চপলাবুক্ ষ্টল আদি। এক ফৰ্ম্মাৰ পৰা দহফৰ্ম্মাৰ কিতাপ প্ৰায় সত্তৰ খন। আৰু কিছুমান ওলাবলৈকে থাকিলে। বিশেষ কাৰণত ইয়াক বন্ধ কৰা হ'ল আনে হাত দিয়ক বুলি। চোৰ-ডকাইতক দাৰোগাৰ দলে খেদা-খেদি কৰিবই তাৰ মাজে মাজে ব্যৱসায়-বাণিজ্য সামাজিক-অৰ্থনৈতিক বিষয়বোৰে লুকাভাকু খেলিব। সৰু কিতাপত বহু পৰিশ্ৰম, কিন্তু মেট্ৰ-মৰা সাধু গল্পত অত্যন্ত কম পৰিশ্ৰম লগা হেন পাওঁ। হাত আহিলত এনে উপন্যাস লিখা কথাই যেন নলগা হৈছিল—মাথোন turning point



ঘোৰ্-পাক লগা সময়ত আৰু মানসিক সংঘৰ্ষত (psy-chological turn অত) যি অলপ সময় লাগে। এই সময়ত দিনে চাৰি পাঁচ ঘণ্টাকৈ মই শোৱা নাই আৰু অলপো সময় অনাহকত কটোৱা নাই—কাৰণ, তেতিয়া সময় টকা বুলি বুজিছো। অসমৰ বিভিন্ন ঠাইৰ পৰা ইয়াৰ ভাল বেয়াৰ চিঠি পাইছিলো। লিখা আৰু পঢ়াৰ উপৰিও বহুতো লোকক—মনীষীসকলক লগ ধৰাও এটা লেখৰ বন হৈ পৰিছিল। সেই সময়তে কোনো মহিলাই আৰু কোনো পুৰুষে—স্কুলমাষ্টাৰ এতিয়া পেঞ্চনাৰ—কোনো আৰ্‌কাৰী হাকিম আদিয়ে আমাৰ মকৰ্দ্দমা ৰুজু কৰিবলৈ ৰেজিষ্টাৰী নটিছ দিছিল—শেহত তেওঁলোকে ক্ষতিপূৰণ দি কথাটো মাৰ নিয়াইছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি হব বোলাত "কোঁৱৰ ভৰত" ওলাল। কিন্তু মঞ্জুৰ নহল। কলিকতা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ বি-এ-এম·এৰ মনোনীত "ৰত্নকৌমুদী" (প্ৰথম খণ্ড) কোনোবা এজন গৰাকীৰ অনুগ্ৰহত গৃহীত নহল। সেইবাবে ইয়াৰ দ্বিতীয় খণ্ড নহল। জীৱনৰ বিভিন্ন চেষ্টা এনেকৈয়ে সফল আৰু বিফল হ'ল। এইটো অৱশ্যে ঠিক, যে মোৰ ডিটেক্টিভ্ বিলাকে অস-মীয়াৰ ভিতৰত এটা জাগৰণ আনিলে। অসমীয়াই কিতাপ পঢ়া হ'ল; নোহোৱা ঠাইতো ছপাখানাৰ চেষ্টা চলিল। কিন্তু আমি সংৰক্ষণ দল, সহজে আমি লোকক ঠাই নিদিওঁ; বেলত

উঠি থকা মানুহে ঠাই বিচাৰি খেপিয়াই ফুৰা লোকক "ঠাই নাই," "ঠাইনাই" বুলি ডবিয়াই হুকিয়াই সোমাবলৈ যোৱাত বাধা দিয়ে আৰু যেয়ে উঠে, সেয়ে এই কাণ্ডটো কৰে।

ওপৰতে পোৱা কিছুমান কিতাপ নিজৰ নহয়—ঠাই বুজি বিলাবলৈ ধৰিলো। এই কাণ্ডত কিছুমান মানুহৰ চকু পুৰিল। আৰু "সদৌ অসম লাইব্ৰেৰী সঙ্ঘ"ৰ নাম ধৰি কিছুমানৰ কিতাপ বিকাৰ চেষ্টা বুলি হামৰাও কাঢ়িলে। এইবোৰে লাইব্ৰেৰী স্থাপন আৰু গঠনত সহায় কৰে। কিতাপ নিলেও বছাটো সহজ নহয়—কেনে কিতাপ লাইব্ৰেৰীত থব লাগে সেই কথাটো সকলোৱে জনা যেন দেখুৱায়।

এতিয়াও লাইব্ৰেৰী-প্ৰশিক্ষণ নহ'ল। লাইব্ৰেৰী এখন চাই, পৰিদৰ্শন বহী ঘৰলৈ নি, সেইখন আনিবলৈ যাওঁতে লাইব্ৰেৰীয়ানে ভাৰ-ভেটি বা হাতনি-পাচনি চাওঁতা জনৰ গুৰিলৈ নিব বুলি ভাবে। সেইবাবে, আমি ৰাইজক জনালো যেন—

১। কোনোৱে লাইব্ৰেৰীৰ কিতাপ হস্তান্তৰ নকৰিব।

২। কোনো পৰিদৰ্শন-টোকা লাইব্ৰেৰী ঘৰ এৰিব নিদিব।

৩। লাইব্ৰেৰীৰ কিতাপবোৰ জনা-বুজা লোকে দিহা লগাই দিব; অলাগতিয়াল বোৰৰ ঠাই ইয়াত নাই।

এনেবোৰ কৰাৰ পিচতে আমি চাকৰিত অৱসৰ পালো ১৯৪৮ চনত আৰু পোৱাৰ লগে লগেই প্ৰায়, প্ৰাইমেৰী শিক্ষকৰ প্ৰশিক্ষণ বিদ্যালয়ৰ প্ৰথমতে বেছেৰীয়ালৈ



গলো। বেছেৰীয়া জনবহুল ঠাই; আৰু সেই বিদ্যালয়ত আছিল, কেইবাখন জিলাৰ লোক। সেইটো ছেগকে লৈ, প্ৰিন্সিপেল শ্ৰীকামাখ্যাপ্ৰসাদ ত্ৰিপাঠী দেৱৰ সভাপতিত্বত "সদৌ অসম লাইব্ৰেৰী সঙ্ঘ"ৰ তৃতীয় বাৰ্ষিক অধিবেশন পতা হ'ল। ইয়াক উদ্বোধন কৰিছিল সঙ্ঘৰ পৃষ্ঠপোষক লোকপ্ৰিয় বৰদলৈ মুখ্যমন্ত্ৰী ডাঙৰীয়াই। শ্ৰীকামাখ্যা টেৰাৰীৰ যত্নত ইয়াত এখন "বাতৰি কাকত প্ৰদৰ্শনী" পতা হৈছিল।

এই অধিবেশনে আমাক বল দিলে। এতিয়াৰ পৰা আমাৰ উপদেষ্টা হ'ল সৰবৰহী শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী এম্-এল-এ (তেতিয়া)। এওঁৰ শুভচেষ্টাই আৰু মঙ্গলকামী উপদেশে আমাক ঠিক বাটেদি যাবলৈ সক্ষম কৰিছিল।

লোক গণনাৰ ৰিৰ্পোটখন চাই দেখো আমাৰ লাইব্ৰেৰীৰ লেখ এশটা জালুকৰ ভিতৰত এটা হেন। যিমান গাওঁ আছে, সেই গাওঁমূৰি একোটা লাইব্ৰেৰী নাই। আকৌ, লাইব্ৰেৰী আইনখন (মাদ্ৰাজ প্ৰদেশৰ) ইয়াত প্ৰৱৰ্ত্তাব পাৰিলে পাঁচশ জনে পতি একোটা পুথিভঁৰাল লাগে। সিও আকৌ হ'ব শিশু আৰু মহিলালৈ পৃথক পৃথক। এই ৰকমে ভাগ-বতৰা কৰি ললে, আমাৰ শোচনীয় অৱস্থা দেখি নিজে শোকাতুৰ হওঁ—আমাৰ দুঃসহায় সদায় চকুত পৰে। তাৰোপৰি, দূৰত্বও মন কৰিবলগীয়া। আগিয়াঠুটিৰ এমূৰে এটা আৰু সিমূৰে এটা প্ৰাইমেৰী স্কুল আৰু

পুথিভঁৰাল তেতিয়া আছিল। অথচ, ওদালগুৰিৰ বৰচাপৰি নে কি গাৱঁৰ ভিতৰৰ ছয়-আঠঘৰ মানুহৰ ভিতৰত এখন পুথিভঁৰাল দিব পৰা হৈছিল। এনেকৈ চালে, বহুতো ব্যতিক্ৰম আৰু আমাৰ গৰাকীসকলৰ অযোগ্যতা প্ৰকাশ পায়। তাতে আকৌ ওঁঠ পাতল বক্তাই সুবিধা পালেই কয়—"অনাহক পুথিভঁৰাল পাতি ৰাইজ আৰু বজাৱৰৰ অৰ্থ আৰু সময় অপব্যয় কৰা হয় মাথোন। যি কেইটা পাতে, তাকে ভালকৈ নিয়াৰিকৈ পাতিব লাগে। অনাহক পতাবোৰ মুঠতে অপব্যয় হ'ল। সেইবাবে, এই-বোৰো গুচাই দিব লাগে।" একোজনে আকৌ "আপুনি ঘোঁৰাৰ আগত গাড়ী তৰঙাইছে" বুলি পেংলাই কৰিছিল।

এতিয়াৰ পৰা আমি প্ৰচাৰ কাৰ্য্যৰ প্ৰসাৰ কৰিলো। তেজপুৰৰ কোনো কোনো মটৰৰ গৰাকীৰে আমি বন্ধোৱস্ত কৰিলো যে মোৰ সুবিধাৰ দিনত তেওঁলোকৰ মটৰ সস্তাত দিব লাগিব। হল্টিং নাপাব। মাইলত যাওঁতে এটকা আৰু উভতি আহোতে বাৰ অনাকৈ পাব। কেই-জনমান মান্তি হ'ল। গৈছিলো কুৰি মাইলৰ ভিতৰৰ ভৰলু আৰু পাঁচনৈৰ ভিতৰৰ চাহবাগিছা বিলাকলৈ। মেনেজাৰ চাহেবক লগ ধৰি, সেই বাগানৰ 'বাবু' আৰু মজদুৰৰ কাৰণে ক্লাৱঘৰ আৰু পঢ়া ঘৰ ঠিক কৰি দিবলৈ। আৱশ্য-কীয় কিতাপ-কাকতো যোগাৰ দিব। এই কাৰ্য্য জোৰেৰে চলাবলৈ মটৰ-ভাৰা কৰি আহিছো। তাৰ খৰচ সম্পূৰ্ণকৈ



বা আংশিক ভাবে আমাক দিব। বহুতেই সেই খৰচ বহন কৰিছিল। আৰু এনেকৈ জনসমূহৰ কামত আহি ৰং পাইছিল। এনেকৈ, গোলাঘাট মহকুমাতো ঘূৰিছিলো। ফুৰিফুৰা এই ঠাই বিলাকত বহুতো মনীষী আৰু শুভানু-ধ্যায়ীক লগ পাইছিলো। খকাখুন্দাও লাগিছিল। যেনে— (১) ঠাকুৰবাৰী বাগিছাৰ মেনেজাৰ ইংৰাজ—নামটো নাজানো তেওঁৰ নিজা বৃহৎ লাইব্ৰেৰীৰ বহুতো কিতাপ-কাকত সোনকালে ক্লাৱঘৰ পাতি বাবুসকলক আৰু মজদুৰক দিলে। নিজৰ ৰেডিয়টোও আমি থাকোতে থাকোতেই পাতি দিলে। (২) শিঙৰী—ইংৰাজ মেম আমাৰ অসমীয়া ছোৱালী। ক্লাব এটা আগতে দিছেই—আমি গৈ পোৱাৰ পিচৰ পৰা আৰু কিতাপ-কাকত ৰেডিয়ও দিলে। (৩) বৰঝুলি—ইংৰাজ ওখ-ডাঙৰ পুৰুষ, মেম ইংৰাজী শিক্ষিতা। তেওঁ ক্লাব-বিডিং কম দিবলৈ ততালিকে কথা দিলে। ইয়াৰ বৃহৎ হাতখন তেওঁৰ তত্ত্বাৱধানত—আমি থাকোতে থাকোতেই তেওঁৰ মটৰত আমাক তুলি লৈ গৈ নিজে প্ৰচাৰ কাৰ্য্য কৰিলে। তেওঁলোকে মোক আকৌ মাতিলে—মোৰ কিন্তু সময় নহল। (৪) তাৰাজুলি—নেফাৰ সীমান্তত, এওঁ স্কট্—কথা কমকৈ কয়—কিন্তু কাৰ্য্যত তৎপৰ—আমাৰ প্ৰচাৰ কাৰ্য্যেৰে তেওঁ সকলো দায়িত্ব গ্ৰহণ কৰিলে। (৫) কছাৰীগাওঁ—মেম বা পৰিবাৰ নাই—বৃহৎ বাগিছাৰ সকলোবোৰ তেওঁৰ নিজৰ পৰিয়াল বৰ্গৰ দৰে। বাবু আৰু মজদুৰৰ কাৰণে বহুতো চেষ্টা

কৰিছে। ক্লাব-স্কুল-ৰেডিয়'-ৰিডিংৰুম আদি আগৰে পৰা আছে—আমি কলত জানিবা বৃদ্ধিহে হ'ল। (৬) ফুলবাৰী—চাহেৱ মিঃ ডচন্ তেজপুৰৰ আগৰ ডি, চি, চাহেবৰ ককাই ভাই। কথা হওঁতে ৰাতি দহ বাজি গ'ল। বৰ সদাশয় আৰু বিশ্বপ্ৰেমিক লোক। (৭) হাতীবাড়ী—মেনেজাৰ বঙালী মুছলমান ডেকা B. Sc. Agri,—এওঁ বিদ্যাৰ সাৰ্থকতা কৰিছে। লগৰ বাবু-মজদুৰক নিজৰ দৰেই ব্যৱহাৰ কৰে। তেওঁৰ ল'ৰাৰ কাৰণে শিশুৰ শিক্ষাৰ উপযোগী বহুতো কিতাপ কলিকতাৰ পৰা অনাই আৰু কিনি দি ৰং পাইছিলো। ল'ৰাক খেল-ধেমালিৰ যোগে শিক্ষা দিবলৈ বহুতো তেনে বস্তু কিনি দিছিলো। (৮) নাহৰবাৰী—চাহাব জন বলিয়া হ'বলা। কথাই কথাই ভিতৰৰ পৰা বন্দুক আনি টোঁৱাই থাকে। তেওঁৰ গোজৰণিত আমি "ভাগিম" বুলি ভাবিছিলো শেহত জানিবা আমাৰ জিতমুঠি হ'ল। (৯) গোলাঘাট—দৈয়াং বাগিচাৰ মেনেজাৰ মিষ্টাৰ Gee, বনৰীয়া জন্তুবিষয়ক অভিজ্ঞ পুৰুষ। এওঁৰ হেনো দুটা ল'ৰা বিলাতত মেমেৰে সৈতে আছে—পঢ়া আৰু গৱেষণাত বিঘিনি হয় বুলি ইয়াত অকলে তেওঁ থাকে। বৃহৎ বঙলা-টোত সাতোটা জয়ধ্বনি কোঠালি—দুটাত বনৰীয়া জন্তুৰ সমল যেনে, শিং, দাঁত, ছাল, নোম, হাড় আদি; দুটাত ৰাতি হাবিলৈ যোৱা সৰঞ্জাম যেনে, হাতদা, টেলিস্কোপ, ফটো কেমেৰা, ক্লাচ্ আদি। বাকী দুটাৰ এটা শোৱা ঘৰ,



থকা ঘৰ, পঢ়া, ঘৰ, আৰু ইটো খোৱা ঘৰ। এই ঘৰৰ ওপৰত আৰু ঘৰ কোম্পানীয়ে নিদিয়ে বোলে। মজদুৰ ল'ৰা কেইটামানক পঢ়াশুনা আৰু এইবোৰ কামত পৈণত কৰিছে। এটাই হাতীত উঠিব—হৰিণাৰ দৰে মাতিব আৰু হাতীৰ দৰে কিৰিলিয়াবও জানে। কোম্পানীৰ কামত কোনো ব্যতিক্ৰম এইবোৰ চৰ্চ্চাই কৰিব পৰা নাই। আমাৰ কোনো অধিবেশনত তেখেতে "বনৰীয়া জন্তুৰ বিষয়ে" ফটো আৰু চিত্ৰেৰে কব বুলি কথা দিছিল আৰু সেইমতে যোৰহাট অধিবেশনত কৰিছিলো। তেখেত "নিখিল ভাৰত বনৰীয়া জীৱ-জন্তুৰ সংৰক্ষণ সমিতিৰ বিশেষ উপদেষ্টা।" বাগানৰ সকলো কাম নিয়াৰিকৈ কৰি, ৰাতি দহ-এঘাৰ - বাৰ বজাত এটা বা দুয়োটা নিজৰ হাতী সজাই লৈ বনলৈ যায়, আৰু তাত পহুৰ-গড়ৰ-হাতীৰ দৃশ্য জীৱন্ত ভাবে ফটো লয়। কেতিয়াবা কেতিয়াবা হেনো বাঘো পায়। অ'ত ত'ত ফুৰোতে তেওঁ আমাৰ মানুহৰো ফটো লৈছিল। এই বোৰ এল্বামত সজোৱা আছে। এইবোৰ হেনো যথাস্থানত বহুৰাই তেওঁ ফিল্ম্ কৰিব। "অসম-ট্ৰিবিউনত" এনেবোৰ বিষয়ে বহুতো প্ৰবন্ধ তেওঁৰ ওলাই গৈছে—ওলায়েই আছে। তেওঁৰ যত্নতে ভাৰতবৰ্ষৰ কোনো কোনো ঠাই "গেম্ চেং-চুৱেৰি"—"চিকাৰ সংৰক্ষণ" পাতি বনৰীয়া জীৱজন্তু সংৰক্ষণৰ দিহা কৰিছে। মিঃ গিক লগ পাই পাঁচ ঘণ্টামান কথা পাতি হেঁপাহ নিমিটিল। তেওঁৰ কি গভীৰ গৱেষণা !!!

এনে লোক আমাৰ দেশত থকাটো মঙ্গল। পাচৰ যোৰহাট অধিবেশনত বনৰীয়া জীৱ-জন্তুৰ বিষয়ে 36 mm Photo camera ৰে ডুঘণ্টা বক্তৃতা দি উপস্থিত ৰাইজক আপ্যায়িত কৰিছিল। এওঁৰ মতে লাইব্ৰেৰীৰ একোটা বিষয় চাবি-চুক মাৰি জানিব পৰাৰ সুবিধা দিব লাগে। দহবিধ কিতাপ ৰখা মানে, কোনো বিধ ভালকৈ নজনা। সেইবাবে, আজি কালি বহুতে দকৈ ভাবিব আৰু শিকিব পৰা নাই। এনে কথাত জাৰ্মান আৰু ইংৰাজবোৰ আগবঢ়া। (৯) যোৰহাটত মৰিয়নি ৰেল ষ্টেচনৰ মুখত থকা বাগিছাৰ মেনেজাৰ জন ব্যস্ত হৈ থকা কালত, তেওঁক লগ পাবলৈ গৈছিলো। কৰবাৰ পৰা মটৰ ঘেলাই অহা মেম গৰাকীয়ে আমাক আহি লগ ধৰিছি। তেওঁ মোক তেওঁৰ গাড়ীতে আঁতৰাই লৈ গৈ বৰ প্ৰীতিৰে কথা পাতিলে।—আনকি, তেওঁৰ দোলোনা দেখুৱাই নিজে জুলিলে আৰু মোকো ডুবাৰমান তুলি হেঁচুকি দিলে। এওঁলোকৰ কথা অতি উচ্চ ধৰণৰ আৰু এৰি যাবৰ মনকে নেযায়। বাবু-মজদুৰৰ সেইদিনাই পঢ়া ঘৰ; ক্লাব ঘৰ ঠিক হ'ল। ৰেডিয়োও দিলে আৰু বঙলাৰ কিতাপবোৰো যোগালে। একোটে ঈৰ্ষা নাই। (১০) গোলাঘাট—বৰচাপৰি বাগিছাৰ মেনেজাৰ স্বনামখ্যাত সাহিত্যিক শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা-কামজাৰি চাই আহোঁতে তেখেতৰ পলম হয়—ল'ৰা-ছোৱালী কেউটিয়ে নিজৰ দদাই-মোমাই ভাবি আমাক আদৰ কৰিলে—এনে সাদৰি যেন



মই স্বৰ্গখন হাততে আনিছো। পিতৃবন্ধু বুলি জানি তেওঁ-লোকে মোক ক'ত থব—কি কৰিব—কি দেখুৱাব—কি শুনাব—সাদৰ-স্নেহৰ অন্ত নাই—ঈশ্বৰে তেওঁলোকৰ মঙ্গল কৰক। ভূঞা ডাঙৰীয়াক সাহোন কৰি তাৰ ডাক্তৰ মোহিনী শৰ্ম্মাই ইয়াত নাম ঘৰ, ভাৰনা, পুথিভঁৰাল আদিৰ সকলো ব্যৱস্থা কৰিছে। আমি ঘূৰি ঘূৰি চাই সন্তোষ পাই দিনটোৰ মূৰতহে সেই ঠাই এৰিছো।

প্ৰত্যেক গাড়ীতে নিচেই কমেও চাৰিজন আৰু বৰ বেছি ছয়জন ছাত্ৰ-ছাত্ৰী বা বন্ধু বান্ধৱ লগত থাকে। ছাত্ৰ-ছাত্ৰী সদায় কৰ্ম্মী—কাম দেখিলেই লাগি যায়। বুজুৱা আদি কাম টপৰাই কৰে কিন্তু বয়সিয়ালবোৰে ঘেঁহোৱাত ব্যস্ত। তেজপুৰ পলোফিল্ডৰ ডুজনমানে ডুদিনমানৰ পিচত তেনেকৈ প্ৰচাৰ-প্ৰকাশ সংগ্ৰহ কাৰ্য্যত যাবলৈ অমান্তি হ'ল, মাতিলেও মাত নিদিয়াত পৰিল।

এতিয়ালৈকে হিচাব কৰি দেখিলো যে ইমান কালে ঘটা টকাৰে নোজোৰে—কিতাপবোৰ, ইমানবোৰ ধন ফাওতে উৰিছে—যাৰ হ'বৰ নহয়—তাৰ নহয়েই। গতিকে, যি হয় ডুবছৰমান দেশসেৱাকে কৰো। এই ভাবি উপদেষ্টাক জনাই আমি বৰ তীব্ৰ বেগেৰে গতি কৰিলো। ইয়াৰ বাবে বহুতো ধাৰ লাগিল—নিজ খুচিমতে ডুই-চাৰিজনে দিছিল, কিন্তু অসজকৈ কোৱা লোক সহহ।

অসমৰ ঠায়ে ঠায়ে পুথিভঁৰাল কমিটি পাতি, আমাক

মাতিবলৈ ধৰিলে—গুৱাহাটী, যোৰহাট, ডিব্রুগড়, শিলচৰলৈ কেইবাবাৰো আকাশীজাহাজেৰে আমি যাব লগাত পৰিছো, সময় ৰক্ষা কৰিবলৈ। ইমান খপ জপাই ততাতৈয়াকৈ কাম কৰিব লগা হৈছিলো যে "ক্রম" দিব নোৱাৰো। একেটা মানুহে চিঠি-পত্র পঢ়িব লাগে; যাব লাগে; বক্তৃতা দিব লাগে; ৰাইজৰ জেওঁা মাৰিব লাগে—তাৰোপৰি হিচাব-পত্রও লিখিব লাগে। দুই তিনিজন অৱসৰী শিক্ষকক লগ ললো—তেওঁলোকে চুই-নামকে নুশুনে; কিন্তু মন্তব্য দিয়াত পাকৈত। কোনো কথাত বিপৰীতাত্মক কথা ওলালে, তাৰো প্রতিকাৰ নকৰিলে নহব—অথচ কোনোৱেই খুঁত নধৰি নেৰে বা ক্ষমা নকৰে।

মহকুমা সমিতি—লাইব্রেৰী প্রেমী সকলক গোটাই লৈ (১) তেজপুৰ ডেকাৰগাৰঁত পতা হ'ল সভাপতি আছিল তেতিয়াৰ চীফ হুইপ শ্রীমহীকান্ত দাস এম, এ, বি, এল, এম-এল-এ। ডেকাৰগাওঁ থিয়েটাৰ হলত পতা হৈছিল। (২) নগাওঁ পুৰণি গুদাম— সভাপতি শ্রীউপেন্দ্র চন্দ্র লিখাৰু। অভ্যর্থনা সভাপতি হেডমাষ্টৰ শ্রীনীলৰঞ্জন বৰঠাকুৰ বি-এচ-চি। চেক্রেটাৰী শ্রীচাৰু চন্দ্র গোস্বামী স্থান—পুৰণি গুদাম হাইস্কুল। (৩) শিৱসাগৰ —চাৰিঙত সভাপতি প্রিন্সিপেল শ্রীতীর্থনাথ শর্ম্মা এম, এ। বক্তা—শ্রীবেণুধৰ শর্ম্মা, সমাজসেৱাৰ শ্রীপ্রভাত চন্দ্র শর্ম্মা এম-এ (৪) উঃ লক্ষীমপুৰ, বিহপুৰীয়া—সভাপতি শ্রী……হাজৰিকা (৫) ডিব্রুগড়, সভাপতি শ্রীগোবিন্দ চন্দ্র শর্ম্মা বি, টি, (৬) মিকিৰ হিলচ, ডিফু—সভাপতি শ্রীগদাধৰ গোস্বামী।



দুই-চাৰিটা আচৰিত কথা। (ক) কাঁহী কুচিয়েদি গুৱাহাটীলৈ আহিছো। বাটতে "জয়মতী-লাইব্রেৰী" তাত সভাপতিত্ব কৰিবলৈ ৰলোহি। এজন ডেকাই লগ ললে—চকুত চচ্‌মা, গাত চোৰেতাৰ, কঁকালৰ পুৰা ওলমিছে দীঘল ঠেঙা, ভৰি ঢাকিছে সুন্দৰ জোতাই। তেওঁৰ হাতত এখন চিঠি দিলো সভাপতি ডাঙৰীয়ালৈ আমাৰ অহাৰ বাতৰি জনায়। নিওঁতে বাটত পাঢ় চাবলৈ ক'লো। ল'ৰাজনে ক'লে, "মই পঢ়িব নাজানো।" গুৱাহাটীৰ ওচৰৰ ঠাইত তুমি পঢ়িব নজনা ডেকা!!! (খ) পুৰণিগুদামৰ ওচৰৰ গাৱঁত ঘূৰি ফুৰিছো। চোকা চফল ৰ'দ। এজনে তুপনীয়া হালখন থৈ ঘৰ সোমাইছেহি। আমাক বহুৱাই থৈ, তেওঁ গা ধুই গোঁসাই ঘৰৰ থাপনাত সেৱা জনাই আহিল। সুধিলো—"থাপনাতনো কি আছে?" "লৰাটোৱে অনা পুথিখন" আমি সসম্ভ্রমে পুথি চাব খুজিলো। তেওঁ ভিতৰ সোমাল। সেৱা-সৎকাৰ কৰি পুথিখন আতঁৰে আতঁৰে ধৰি দেখুৱালে। দেখো—"শ পাটিগণিত—শ্রীশক্তিৰাম।" আমি নাহাঁহি, পাতল নকৰি বিদায় ললো। পাচত, এখন ধর্ম্মপুথি তেখেতলৈ পঠিয়ালো। (খ) গোলাঘাটৰ এক মুছলমান মহিলাৰ নিমন্ত্রণত তেওঁৰ ঘৰলৈ গ'লো। তেওঁ শিলঘাট ডাক্তৰৰ বিধবা পত্নী। শোক কৰি জনাইছে—এই ঘৰটো আৰু এই পুথিভঁৰালৰ বাহিৰে আন একোকে তেওঁ মোক দি যাব পৰা নাই। পাচে ইয়াৰ কিতাপবোৰ

চাবলৈ নি বহুজনে আমাক ওলোটাই নিদিলে।" তেখেতৰ শোক কমিলত কলো, "পুথিবোৰ ওলোটাই পোৱাৰ দিহা কৰিব পৰা হ'ব। কিন্তু ইয়াৰ পাচত কাকো কিতাপ নিদিব। পঢ়িব খোজা জনে ইয়াতে পঢ়িব।" তেখেত মান্তি হ'ল।

অৰ্থৰ নাটনিয়ে গোটেই জীৱনটো মোক জুমুৰি দিলে। সেই বাবে মনপুতি কোনো কামকে কৰিব নোৱাৰো। এনে দিনতে গোটেই অসম এক চক্কৰ মাৰিবৰ মন গ'ল। গোলাঘাটে নিমন্ত্ৰণ কৰাত জানিবা তাত "সদৌ অসম লাইব্ৰেৰী সঙ্ঘ"ৰ কথা কোৱা গ'ল। নতুন পুথিভঁৰাল ৰাইজে তাত খুলিলে। ডাক্তৰ দাসে ঘৰ-পুথি দান কৰিলে। বোকাখাটত লেখৰ সমিতি এখন হৈছিল। দেৰগাওঁ হিন্দি-প্ৰচাৰ সমিতি সভাত লাইব্ৰেৰী প্ৰচাৰ কাৰ্য্য কৰা গ'ল। নগাওঁলৈ গৈ ধৰমতুল জাগীৰোড্ জালুগুটি, ৰহা, কামপুৰ যমদুৱাৰ, শিলঘাট, সাকোমথা, জখলাবন্ধা লোকপ্ৰিয় বৰদলৈ হল, চলচলি আদি ঠাইত মানুহ লগ ধৰি আৰু কথা কোৱা হ'ল। সৰুপথাৰ, ডিমাপুৰ, ডিফু, লামডিং আদিতো দেখা দিলো। যোৰহাটলৈ কেইবাবাৰো গৈ তাত এখন সমিতি পতা সম্ভৱ নেদেখিলো। কিন্তু নৰ্ম্মাল স্কুল, জগন্নাথ কলেজ, গবৰ্ণমেণ্ট হাইস্কুল, মৰিয়নি হাইস্কুল, কাকজান হাইস্কুলত, কথা হলো। জাঁজি হাইস্কুল, শিৱসাগৰ হাইস্কুল, চাবিং হাইস্কুল, শিৱসাগৰ কলেজ, দেৰগাওঁ হাইস্কুল, ইন্দিৰা হাইস্কুল, হিন্দী হাই-স্কুলত কথা হলো। মিতানি বাগান, ডিব্ৰুগড়, তিনিচুকীয়ালৈকো



গ'লো। শিলচৰ হাইস্কুল, নৰ্ম্মালস্কুল, বাৰ লাইব্ৰেৰী, গুৰুচৰণ কলেজ, কৰিমগঞ্জ হাইস্কুল, কৰিমগঞ্জ কলেজ আদিত কথা কলো। তিনিচুকীয়া ষ্টেছনৰ প্লেটফৰ্ম্ম, তেনেকৈয়ে শিলচৰ, বদৰপুৰ, লামডিং আদিতো বাকচত ঠিয় দি কথা কলো যাক ষ্টামপ্ অৰেটাৰ্ বোলে। লগৰ লিষ্টি এখনে সকলো ক'ব।

এনেদৰে ইফালে সিফালে যাবলৈ ট্ৰেঞ্চপোৰ্টৰ ফ্ৰি টিকেট বিচাৰি তেতিয়াৰ মন্ত্ৰী ডাঙৰীয়াক লগ ধৰিলো। তেখেতে আমাক সন্দেহ কৰিলে কিজানিবা নিজৰ কামত সেই টিকট ব্যৱহাৰ কৰোঁ। সংসদী সদস্য শ্ৰীহাজৰীকা ডাঙৰীয়াক চিঠিৰে লগ ধৰিলো। তেখেতে দিল্লীৰ পৰা ছটা ৰেলৰে টিকেট ছমাহৰ কাৰণে য'লৈকে হয় যাব-আহিব পৰাকৈ দিলে। এটা নিজলৈ ৰাখি, ইটো নগাওঁৰ শ্ৰীচাৰুচন্দ্ৰ গোস্বামীক দিলো—চফৰ ফুৰিবলৈ আৰু প্ৰচাৰকাৰ্য্য চলাবলৈ বুলি। ভাৰত গৱৰ্ণমেণ্টক ধন্যবাদ !!

এইদৰে যিমানদূৰ সম্ভৱ ঘূৰি ফুৰাৰ ভিতৰতে এবাৰ তেজপুৰলৈ ফিৰোতে টাউন হলৰ গেইট সজোৱা দেখি সোধাত গৱৰ্ণৰ শ্ৰীদৌলতৰাম অহা বাবে ৰাজহুৱা সম্বৰ্দ্ধনা দেখুৱাব খোজাৰ কথা কলে। ঘৰত গৈ নিমন্ত্ৰণী কাকত পাই আহিলো। আমি কিন্তু "আমাৰ আপত্তি আছে" বুলি ডি,চি,ক ক'লো। তেতিয়া মহম্মদ চুলতান তাৰ ডি,চি। পাচদিনা এখন চৰ্কাৰী চিঠি পাই, কলৈকো নগৈ গৱৰ্ণৰ উলটি অহালৈ বাট চালো—। নিৰ্দ্ধাৰিত দিনত আৰু সময়ত

আমি চাৰ্কোট ঘৰত তেওঁক লগ ধৰিলোগৈ। দেখা-শুনাৰ পাচত ক'লো—"আপোনাৰ বিষয়ে আমাৰ অভিযোগ সামান্য হলেও গা-চেবোৱা। (১) স্বতঃস্ফুৰ্ত্ত নহৈ ওপৰৰ পৰা মাৰ্ঘেৰিটাত আপুনি "জয়ৰাম গাওঁ"পাতিছে। (২) ইমান কাকুতি কৰাতো বি-টি ডিগ্ৰী বা কোনো প্ৰশিক্ষণ লাইব্ৰেৰীয়ানক দিয়া নাই। (৩) লাইব্ৰেৰীত কাম কৰা আৰু অহোপুৰুষাৰ্থ কৰি লাইব্ৰেৰী পতা উপযুক্ত ডেকাক এতিয়াও চৰ্কাৰী কাম দিয়া নাই।" এই তিনিটা কথাৰ বাবেই প্ৰায় ৪৫ মিনিট সময় লাগিল। তেওঁ ছিলঙত মোক দেখা কৰিবলৈ মাতিলে। পাচত সময়ৰ মূৰত গ'লো, কিন্তু একোৰেই নহ'ল।

এই কালতে কাকতত দেখো এইবাৰ নিখিল ভাৰত লাইব্ৰেৰী সন্মিলন ইন্দোৰত বহিব। লগতে ইন্টাৰনেচনেল লাইব্ৰেৰী সভাও থাকিব। এবাৰ গৈ চাই আহিবলৈ বৰ মন গ'ল। ইজন-সিজনক সোধাত মতো দিলে—কিন্তু হাতত ধন নাই। শিক্ষামন্ত্ৰী ডাঙৰীয়াকো ধৰিলো। দিব নোখোজে। লিঙ্কা কাপোৰ কম। তেতিয়াৰ টেক্‌ষ্টাইল চুপাৰিণ্টেণ্ডেণ্ট গৰাকী নিজৰ মানুহ। তেওঁক কাপোৰৰ পাৰ্‌মিট খুজিলো। ক'লে, "আপোনাক দিলে মোৰ বদনাম হ'ব। তাৰ পৰা গৈ কোৰ্টত ডি, চি, ক দেখা কৰিলো। তেওঁ মহম্মদ চুলতান I.A.S. বহুতো দিনৰ পৰাই তেওঁ মোক আগ্ৰহ কৰে। গোটেইখিনি কথা ক'লত ততালিকে তেওঁ মোক লগা কাপোৰৰ পাৰ্মিট দিলে। ৰক্ষা পৰিলো। শ্ৰীনেহপতি দৰ্জিয়ে সোনকালে চিলাই দিলে। যাত্ৰা কৰিলোঁ।



এলাহাবাদতে টিকেট সলাই খান্তৱোদ ইন্দোৰলৈ যাত্ৰা কৰিলো। ইন্দোৰ ষ্টেচন পোৱাৰ আগতে গাড়ীখন অলপ ৰ'লে। ইফালে-সিফালে চাই দেখো, ই কোনো ৰ'বলগীয়া চিন্-মোকাম নথকা ঠাই। পাঁচ মিনিট থমাৰ পিচত ই আকৌ যাত্ৰা কৰিলে আৰু ইন্দোৰত থৰ লাগিল।

পাচত বুজিব পাৰিছো সেই ক্ষন্তেক ৰোৱা ঠাই ডোখৰ আছিল এক বিখ্যাত ডকাইতৰ বাসস্থান। গৱৰ্ণমেণ্টে কত টকা খৰচ কৰিও তেওঁক ধৰা পেলাব নোৱাৰে। তেওঁৰ পৰিবাৰ ডুগৰাকী। দ্বিতীয় গৰাকীক হেনো চৰ্কাৰে দহ হেজাৰ ধন দিয়াত অভিসন্ধি কৰি ধৰাই দিয়ে। তাৰ আগতে কথা আছিল যে ধৰা পৰা মাত্ৰে তেওঁ নিজে মৰিব আৰু সেই মৃত্যুস্থানক চৰ্কাৰে সন্মান দেখুৱাব। সেয়েহে আজিও হেনো ৰেলগাড়ী ৰৈ সন্মান দেখুৱাইছিল।

ষ্টেছনৰ পৰা গাড়ীৰে যথাস্থান ওলাসোগৈ—এমাইল ডেৰমাইল বাটকুৰি বাই। ই এটা বিৰাট কলেজ। ইয়াৰ ছাত্ৰবোৰ দেখাতে আৰ্য্য—কথা-বতৰা, দৰ-দস্তুৰ সকলো বিশেষ ধৰণৰ। কোনো ফাঁকি-ফুকা নাই; অত্যন্ত স্পষ্টবাদী আৰু ইজনে-সিজনৰ সন্মান বুজে। মোক আদৰ-অভ্যৰ্থনা কৰা সেৱক কেইজনেৰে কথা-বাৰ্ত্তা হৈ বুজিলো যে

তেওঁলোক শাণ্ডিল্য গোত্ৰৰ ইয়াৰে পৰা হেনো ভাৰতৰ বিভিন্ন ঠাইলৈ মানুহ সিচৰতি হৈ পৰিছে। আন ঠাইত থকা শাণ্ডিল্য গোত্ৰৰ আমাক ৰদি নুসুজে, আমি গুচি আহিলে বোলে তেওঁলোকে আমাক থানিকা দিব আৰু কৰিব পৰা সহায় কৰিব। তেওঁলোকৰ পাৰালৈ লৈ গৈ ঘৰ-বাৰী মানুহ দেখুৱালে—বৰ আপোন যেন লাগিল সঁচা। সেই সেৰক কেইজনে টানি ধৰাত ক'লো—"আহিলো জানিবা। লগত জানো বৰপুখুৰী, দ'ল, ৰংঘৰ, কাৰেংঘৰ আনিব পাৰিবা ?" কথাৰ ইমানতে ওৰ পৰিল।

মোৰ নামটো শুনিয়েই দিল্লীৰ এগৰাকী মহিলা-লাইব্ৰেৰীয়ানে তেওঁলোকৰ মহিলা-মহল এৰি মোক বিচাৰি আহিছে আৰু হিন্দীত মোৰ নাম আদি সুধিছে। মই ক'লো—হিন্দী ভালকৈ নাজানো। ইংৰাজীও নাজানো। তথাপি ক'বৰ চেষ্টা কৰিব পাৰো। তেওঁ ক'লে যে তেওঁ ইংৰাজী-হিন্দী-উৰ্দ্দুৰ উপৰি অসমীয়া জানে। মই টভক মানিলো। তেওঁ জানিবলৈ দিলে যে শ্ৰীকৰুণাকান্ত দাসগুপ্ত হেড্‌মাষ্টাৰ ডাঙৰীয়াৰ তেওঁ সৰু জীয়েক। সৰুতে হেনো তেওঁ মোক শিৱসাগৰত দেখিছিল। তেওঁৰ বৰ ককায়েক ডাঃ গোপাল চন্দ্ৰ দাসগুপ্তৰ হেনো মই অন্তৰঙ্গ বন্ধু। এবাৰ কাশীৰ মহাৰাজৰ লগত কামাখ্যালৈ যাওঁতে ককায়েকে মোক হেনো গুৱাহাটীৰ ভেৰোণীয়া ঘৰত লগ ধৰি আহিছে। আও, দেখিছা এওঁ সকলো জানে। যি তিনিদিন আহিলো,



তেওঁ অৱসৰ পালেই আহি মোৰ বা-বাতৰি লৈছিল। তেওঁ এম্‌-এ-ডিপ্‌ লিব্‌।

অধিবেশন মুকলি কৰিব গবৰ্ণৰ শ্ৰীপ্ৰকাশ ডাঙৰীয়াই। এখেত অসমত থাকোতে অলপ যোগাযোগ আছিল। ইমানবোৰ কথাৰ মূৰত সেইটো তেখেতৰ মনত আছিল। অসমক তেখেতে ভাল পায়। মোৰ সীমাৰ বাহিৰত থকা বিষয়েও তেখেতে মোৰ সৈতে কথা হৈছিল। তেখেতৰে কথা হৈ সন্তোষ পালো। অধিবেশন বহিছিল স্থানীয় থিয়েটাৰ হলত। তাৰ ওচৰতে এডোখৰ বিশাল ঠাই জুৰি প্ৰদৰ্শনী বহিছিল—নিখিল ভাৰতৰ। ঘূৰি ঘূৰি চাওঁতেই বহুতো সময় লাগিছিল। কিন্তু কোনো ঠাইতে অসমীয়াৰ বয়-বস্তু নেদেখিলো—পাছত জালুকবাৰীত বহা বৃহৎ প্ৰদৰ্শনীৰ কিতাপবোৰৰ মাজত অসমীয়া এখনো শ্ৰীঅমিয়া দাসৰ "আত্ম কথা চৰিত", বিজয় ভাগৱতীৰ "বাপুজী" মফিদা বেগমৰ "বাপুজী" হিন্দীৰ মহাত্মাজীৰ কথা—নাই। ইয়াৰ কিম্বা দিল্লী, এলাহাবাদ, বেনাৰসৰ লাইব্ৰেৰী বিলাকতো ৺আনন্দৰাম বৰুৱা আৰু শ্ৰীসূৰ্য্য ভূঞা ডাঙৰীয়াৰ বাহিৰে আনৰ কিতাপ নাপাওঁ। অথচ, প্ৰত্যেকে নিজক "গঙ্গাটোপ" কৰি আছে।

ইয়াৰ পাচত, Sectional বোৰ বহিছে। Bibliography আৰু Classification ( শ্ৰেণীকৰণ ) সভাত আমাৰ নামটো আছিল তাত সোমালো। তেওঁলোকে অসমীয়া কিতাপ-কাকতত কোনো মূল্য নিদিয়ে। কিবা যে লেখৰ

বস্তু আছে সেইটো নামানে। গৌৰৱেৰে কওঁ, আমি অনৰ্গল এঘণ্টামান ধৰি কথা আৰু যুক্তি তৰ্ক দিয়াৰ পাচত, অসমীয়া উপযুক্ত লোক বিচাৰিলে। আমি ডাঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডাঃ মহেশ্বৰ নেওগৰ নাম কলো। উপস্থিত কিছুমানে গোৰ্‌গোৰাই উঠিল -তেওঁ লোকে হেনো নামকে শুনা নাই। আকৌ এজাউৰি কথাৰে জিতমুঠি পালো। বোধকৰো তেওঁলোকক এই বিষয়ে সুধিছে আৰু কাৰ্য্যও কৰিছে। দুৰ্ভাগ্যক্ৰমে আমি কোনো বা-বতৰা নাপাওঁ। আকৌ ইন্টাৰ নেছনেল লাইব্ৰেৰী অৰ্গেনিজেচনতো আমি ঠাই পাইছিলো। তাতো এই দুয়োজনৰ নাম আমি সূচাইছিলো (Suggested)। পৃথিবীৰ বৃহৎ আৰু মুল্যবান গ্ৰন্থবোৰ বিনাখৰচে আৰু অলপ খৰচত I. L. O. এ,যোগাৰ দিয়ে। গুৱাহাটী ইউনিভাৰ্চিটিয়ে এইবোৰ পাব পাৰে। তেওঁলোকৰ সৈতে আমি যোগাযোগ কৰাই দিব পাৰি বং পালো।

থাকিকালৈ ঘুৰি আহোতে আমাক লগ পাবলৈ এজন বয়সস্থ মাদ্ৰাজী ভদ্ৰলোক (নামটো পাহৰিছো) কোনো মতে আহিছে। তেওঁক দুই তিনিজন সেৱক আৰু লগৰীয়াই মাননীয় ৰাজা গোপালাচাৰীয়াৰ ঘৰে—ধৰি ধৰি আনিছে। নমস্কাৰ জনাই কথা হ'লো। তেখেত সন্মানিত জন—বহু কালৰ আগতে এম, এ, পাচ কৰি দেশৰ নিৰক্ষৰতা দূৰীকৰণাৰ্থে লাইব্ৰেৰী আন্দোলন কৰে। দেশৰ সোঁৱে বাৱেঁ লাইব্ৰেৰী আইন (Act) তৈয়াৰ কৰি মঞ্জুৰ কৰাইছে।

## সদৌ অসম লাইব্ৰেৰী সঙ্ঘ

### নতুন জীৱন দান—



মৌলানা কালাম্ আজাদ চাহেব

তেওঁক চৰ্কাৰী চাকৰী যচাতো নকৰিলে। তেওঁৰ ঘৰ-বাৰী ভৰণ-পোষণ ৰাইজৰ। মূৰ দোঁ খাই গ'ল। মই ক'লো, "মোৰ জীৱন ধাৰা আপোনাৰ লগত নিমিলে। মই বিয়াল্লিছ বছৰ চাকৰি কৰিছোঁ"। তেখেতে কলে "হওক"। অলপ সময় হলেও যে দেশ সেৱা কৰিছে ; এই বাবেই নমস্য। এনেদৰেই সকলোৱে কৰিলে আমাৰ দেশত নিৰক্ষৰতা সমূলি নাথাকিব। ইত্যাদি, ইত্যাদি।

গোটেই ভাৰতৰ সাত শ জনমান শিক্ষিত লাইব্ৰেৰীয়ানৰ লগত কাল কটাই আমি সামৰি সুতৰি দিল্লী যাত্ৰা কৰিলো। বাটত গোৱালিয়ৰ দুৰ্গ চাই—ৰাণী লক্ষ্মী বাইৰ স্মৃতি চিন চাই গৈছো। দিল্লী পায়েই হোটেলৰ ফোনৰ যোগেদি তেতিয়াৰ শিক্ষামন্ত্ৰী মাননীয় মৌলানা কালাম আজাদ চাহেবক পাচদিনা লগ ধৰিব খুজি সময় আৰু ঠাই নিৰ্দ্দিষ্ট কৰিবলৈ খাটিলো। তেখেতে কৃপা কৰি আদৰেৰে আমাক মাতিলে। পাচদিনা পুৱা ৺ৰোহিণী চৌধুৰী M.P. আৰু ৺বুঢ়াগোঁহাই কেন্দ্ৰীয় উপমন্ত্ৰীক, লগত লৈ যথা সময়ত আজাদ চাহেবক লগ ধৰিলো। তেখেতক আমাৰ সন্মিলনৰ সভাপতিত্ব কৰিবলৈ খাটিলো। শৰীৰ অসুস্থ হেতুকে তেখেতে মান্তি হবলৈ টান প্ৰঃ হুমায়ুণ কবিৰক পঠিয়াব বুলিলে। বেলেগে নিমন্ত্ৰণী এখন দিব লাগিব।

তেখেতে আমাৰ পৰা অসমৰ লাইব্ৰেৰী সম্বন্ধীয় দুৰৱস্থা শুনি এখন Integrated Library movementৰ

আঁচনি খুজিলে। সেইখন অসম চৰ্কাৰে মঞ্জুৰ কৰিলে তেওঁ লাইব্ৰেৰী প্ৰসাৰণৰ কাৰণে টকা দিবলৈ ভাল পাব বুলিলে। ডিষ্ট্ৰিক্ট লাইব্ৰেৰীয়ে কেন্দ্ৰীয় লাইব্ৰেৰীলৈ যোগাব=মাহত চাৰি সপ্তাহ—বাকী প্ৰচাৰ কাৰ্য্য। জ'নেল লাইব্ৰেৰীয়ে সৰু লাইব্ৰেৰীক যোগাব=মাহত পাঁচ দিন—বাকী প্ৰচাৰ কাৰ্য্য D.L.=ডিষ্ট্ৰিক্ট লাইব্ৰেৰীয়ান সপ্তাহে পতি এফালে যাব মাহত চাৰি সপ্তাহ—বাকী প্ৰচাৰ কাৰ্য্য।

চতুৰ্থ অধিবেশন যোৰহাটত জে, বি কলেজত বহিছিল। সভাপতি মৌঃ হুমায়ুণ কবিৰ। অভ্যৰ্থনা সমিতিৰ সভাপতি···।

এই অধিবেশনত আমি অৱসৰ পাওঁ। নতুন সভাপতি শ্ৰীদেৱেশ্বৰ শৰ্ম্মা, বিত্তমন্ত্ৰী। নতুন চেক্ৰেটাৰী শ্ৰীসুৰেন্দ্ৰ নাথ ভৰালী, চৰ্কাৰী উকীল। এইদৰে ১৯৩৮ ৰ পৰা



## "সদৌ অসম লাইব্ৰেৰী সঙ্ঘৰ" প্ৰচাৰ কাৰ্য্য

জনসমূহত কথা কোৱাৰ উপৰি, ৰেল-জাহাজৰ মজদুৰ, চাহবাগিচাৰ বনুৱা, ঘৰুৱা লগুৱা, ধৰ্ম্ম-সম্বন্ধীয় মেল-মিটিং, "পাঠ-চক্ৰ," আদিত কোৱাৰ উপৰি, তলত নাম দিয়া ঠাই বিলাকলৈ নিজে গৈ আমাৰ সঙ্ঘৰ প্ৰচাৰ-কাৰ্য্য চলাওঁ, চন-তাৰিখ মনত নাই।



ইন্দোৰ—কন্‌ফাৰেঞ্চ্‌। দিল্লীৰ কোনো কোনো ঠাইত।

গুৱাহাটী—কটন কলেজ, আৰ্ল্‌ল কলেজ। কাৰ্জ্জন্‌ হল, মাছ-খোৱা। ময়দান,—আৰ্য্যনাট্য বঙ্গসমাজ-আদি কামাখ্যাপীঠ।

ছিলং—গৱৰ্ণমেণ্ট হাইস্কুল, জেইল্‌ৰোড-হাইস্কুল লাবান্‌ ল'ৰা এম, ই।

কৰিমগঞ্জ—গৱৰ্ণমেণ্ট হাইস্কুল স্কুল—শ্ৰীআৰ্‌ এম্‌ দাসৰ ঘৰৰ কাষত, ৰাজহুৱা কৰিম্‌গঞ্জ কলেজ—

শিলচৰ—শিলচৰ কলেজ—শ্ৰীযুক্ত জ্যোৎস্না দেবীৰ ওচৰৰ টকী ঘৰত বাৰ্‌ লাইব্ৰেৰী—নৰ্ম্মাল স্কুল, ৰেল ষ্টেছনৰ কাষত গৱৰ্ণমেণ্ট হাই স্কুল—

বদৰপুৰ—ষ্টেছনৰ চোতালত

লামডিং— ষ্টেচনৰ ওচৰত।

নগাওঁ—কামপুৰ, ৰহা কলেজ, স্বহীদ্‌ ভবন, শিলঘাট যমদুৱাৰ, জখলাবন্ধা শকোমথা, সৌভাগ্যমাধৱ, পুৰণিগুদাম হাই স্কুল—চল্‌চলি।

তেজপুৰ—ডেকাৰগাওঁ, গটঙা, বিন্দুগুৰি, বেছেৰীয়া, বিহগুৰি, ঢেকিয়াজুলি।

জামুগুৰি—উত্তৰ জামুগুৰি, চতিয়া, চাৰিআলি, বিশ্বনাথ, বিহালী, বৰঙাবাৰী, গহপুৰ, কলাবাৰী আদি হাওহাৰাজান।

উঃলক্ষীমপুৰ—বিহপুৰীয়া, ঢলপুৰ, উঃ লক্ষীমপুৰ।

যোৰহাট—গড়মূৰ, কৃষ্ণনগৰ, বালিগাওঁ, গৱৰ্ণমেণ্ট হাই স্কুল,

নৰ্ম্মাল স্কুল, জে-বি-কলেজ, বিষ্ণুৰাম হল, মৰিয়নি হাই স্কুল, মৰিয়নি ৰাইজ।

শিৱসাগৰ—জাঁজী হাইস্কুল, ছোৱালী হাইস্কুল জাঁজি হল চাৰিং ময়দান, শিৱসাগৰ কলেজ, নাজিৰা হাইস্কুল, নাজিৰা হল, হিন্দী লাইব্ৰেৰী।

ডিব্ৰুগড়—জৰ্জ্জ ইন্‌ষ্টিটিউছন, মেট্ৰিক প্ৰাৰ্থী মণ্ডলী দত্তৰ কাষত সমাজ, তিনিচুকীয়া হাইস্কুল—ৰাজহুৱা।

গোলাঘাট—দেৱগাওঁ পাব্লিক হল ইউনিয়ন লাইব্ৰেৰী, ফৰ্কাটিং, বোকাখাট হাই স্কুল, ৰাজহুৱা, ডিমাপুৰ।

মিকিৰ হিলচ্—ডিফু।

আৰু থাকিল মনত নপৰে য'ত শিক্ষিত নামজাদা চাহেব-মেনেজাৰ আছিল—যাক কৈ-মেলি "বাবু-মহৰী" সকলৰ লৈ ক্লাব ঘৰ আৰু ৰেডিয় থাপে, আৰু মজদুৰ সকললৈ "ৰীডিং ক্লাবৰ" সূচনা হয় তেনেকুৱা বহুতো বাগিচাও ঘূৰা গ'ল।

নিখিল ভাৰত লাইব্ৰেৰী সম্মিলনত বহুতো মনীষী-সকলক লগ পাইছিলো। নাম পাহৰিলো। দুই এটা বিশেষ কথা মনত পৰি লিখিলো। (১) Imperial Library বা জাতীয় পাঠাগাৰ কলিকতা—গোটেই ভাৰত চৰ্কাৰৰ ডাঙৰ লাইব্ৰেৰী—নাম ডাক্তাৰ কেশৰী। দুপৰীয়া খাবলৈ যাওঁতে ভোজনাগাৰৰ আগত দেখা হ'ল। পৰীক্ষা চাবৰ মনৰে ক'লো। ডাক্তৰ কেশৰী আপোনাৰ লাইব্ৰেৰীত অসমীয়া



কলাবিদ্যা পঢ়িব খুজিছো। কি কি গ্ৰন্থ, ক'ত আৰু কি কি নম্বৰ আছে, ?" তেওঁ অলপ ৰ'ল আৰু তৰ্জ্জনী আঙুলি কামুৰি কামুৰি ক'লে—তৃতীয় খাপৰ ( Storey ) ৰ...নম্বৰ কোঠাৰ......নম্বৰ গ্ৰন্থৰ নম্বৰ.......পৰ্য্যন্ত কিতাপত অসমীয়া কলাকথা পাব।" শুধিলো "কাৰ কাৰ লিখা ?" ...বৈ ক'লে কেইজনমান ইংৰাজ আৰু জাৰ্ম্মেনৰ নামঃ আৰু অসমীয়া ৰাজমোহন নাথ, সূৰ্য্যভূঞা।" এনে বিদ্বান আৰু কথা সোঁৱৰা লোক। লাইব্ৰেৰীয়ান হলে, পুথি কেইখন পঢ়ুৱৈৰ আগত উলিয়াই ধৰাই কাম নহয়।

তাহানিখন শুনিছিলো বোলে মিল্টনৰ "পেৰদাইজ্-লষ্ট" হেৰাল। সেইবাবে, সেই কিতাপ এবাৰ মাত্ৰ পঢ়া বিখ্যাত লাইব্ৰেৰীয়ান এজনে সুঁৱৰি হেনো গোটাইখন হুবহু লিখি দিলে। পাচত, আচলখন ওলালত ৰিজাই চাই, একে হেন পাই তাজ্জৱ মানিছিল। লাইব্ৰেৰীয়ান হ'ব লাগিলে, এনে ধীশক্তি থকা হ'ব লাগিব। অভ্যাসত এনে হ'ব পাৰে বুলি কয়।

( ২ ) কোনোবা এজন ধনী মহন্তই অজস্ৰ খৰচ কৰি জগন্নাথত এটা লাইব্ৰেৰী থাপিছে—নাম "ৰঘুনন্দন লাইব্ৰেৰী"। দেশৰ বৰেণ্যসকলক মাতি নি সেই সম্পদ দেখুৱাই আৰু অজস্ৰ খৰচ কৰি ডেখেতে ৰং পায়। পুত্ৰ-দাৰাহীন তেখেতে ইয়াকে কৰি সন্তোষ পায় বোলে।

( ৩ ) এলাহাবাদত নিমন্ত্ৰিত হৈ "আনন্দ ভৱনৰ" লাইব্ৰেৰী চালো। দেশসেৱাত সৰ্ব্বস্ব শোধোৱা নেহেৰু

পৰিয়ালৰ কি অগাধ সম্পৃতি ইয়াত আছে। লাইব্ৰেৰীয়ান গৰাকীয়ে দেখুৱাই দেখুৱাই ওৰ পেলাব পৰা নাই।

(৪) গোৱালিয়াৰ দিল্লী আদিত থকা বিভিন্ন ধৰণৰ লাইব্ৰেৰী চাবৰ আমাৰ সুযোগ হৈছিল। ইয়াৰ কোনোটো মাথোন--ইঞ্জিনিয়াৰিং--কোনোটো মাত্ৰ ইকনমিক্—কোনোটো কৃষিবিভাগীয়—কোনোটো বিজ্ঞান বিষয়ক—ইত্যাদি।

আমি একেটা লাইব্ৰেৰীতে সকলো থুপাই লওঁ—তাৰো সম্পূৰ্ণ নহয়—অফিচৰ ভাগৰ দৰে লাইব্ৰেৰীৰো ভাগ আছে। যেনে—(i) শিক্ষা (ii) কৃষি (iii) বানিজ্য (iv) স্থপতিবিদ্যা আদি—

## ডিপ্-লিব্ (Dip-Lib) ডিপ্লোমা-প্ৰাপ্ত—লাইব্ৰেৰীয়ান—

লাইব্ৰেৰী-প্ৰশিক্ষণ=ৰাজ্যপাল দৌলতৰামে বিচাৰিছিল যে অন্যূন কিমান টকা পালে গুৱাহাটী বিশ্ববিদ্যালয়ত এই শ্ৰেণীটো খুলিব পাৰি। বিশ্ববিদ্যালয়লৈ লিখা লিখি কৰি দুমাহতো কোনো উত্তৰ নাপাই, তৃতীয় মাহত তাৰ কৰ্ণধাৰ ভাইচ চেঞ্চেলাৰ স্বনামখ্যাত কৃষ্ণকান্ত সন্দিকৈক লগ ধৰিবলৈ গ'লো।



তেওঁ তেতিয়া আছিল কটন কলেজৰ প্ৰিন্সিপেল চাহেবৰ বঙলাত। বয়সে তেওঁ আমাতকৈ সৰু আৰু পঢ়িছিল কলেজত তলশ্ৰেণীত। পঢ়া কালত কেতিয়াবা সাধাৰণ চাদৰ এখন মেৰিয়াই গৈছিল। প্ৰিন্সিপেলে আচৰিত হৈ সোধে—"তুমি ধনীৰ লৰা হৈ এনেকৈ আহিছা কিয়?" —উত্তৰ হয়—"পিতা ধনী হলেই পুতেক ধনী নহয়। মই পোৱা ধনেৰে ইয়াতকৈ ভাল সাজ পিন্ধিব নোৱাৰো"।

স্কুলত পঢ়া কালত হেনো এবাৰ সৰস্বতী পূজাৰ সময়ত সংস্কৃতেৰে এটা বন্দনা লিখিছিল। শিক্ষকসকলে নোৱাৰাত, বিখ্যাত মুকলিমুৱীয়াৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীকীৰ্ত্তিচন্দ্ৰ গোস্বামী প্ৰভুৱে কৈছিল—বন্দনাৰ অৰ্থ কৰাৰ পাচত এওঁ সংস্কৃতত সুপণ্ডিত হ'ব।

আমি জনা নাছিলো যে সেই সময়ত তেওঁ বিখ্যাত "নৈষধচৰিতম্"ৰ কোনো কথাৰ অৰ্থ উলিয়াত ব্যস্ত আছিল। হৰ্ষৰ এই নৈষধ চৰিত, তেওঁ ইংৰাজীলৈ ভাঙিছে আৰু অপ্ৰকাশিত টীকাৰ পৰা এটা মূল্যৱান টীকা পৰিশিষ্ট আৰু শব্দাৰ্থ তেওঁ লিখিছে। বেনাৰসৰ চৌখম্বাৰত ইয়াক ওঠৰ টকা দিলে পাব পাৰি।

সেই দিনা পুৱা দহবজাতে আমি তেখেত থকা বঙলাত হাজিৰ হোৱা মাত্ৰে পুৰণি চিনাকী আৰ্দ্দালীয়ে আমাৰ কাৰ্ড্‌টো লৈ ভিতৰ কোঠা সোমাল। পলকতে আৰ্দ্দালীয়ে ঘূৰি আহি আমাক কাৰ্ড ফিৰাই দিলে। তাত

লিখা আছিল—"কাইলৈ মাতিলে বেয়া নেপাব"। চকীৰ পৰা ঘপৰাই উঠি কলো—'চাহেবক কৈ দিবা, বেয়া নেপাওঁ। কাইলৈ ইমান সময়তে আকৌ আহিম।'

পাচদিনা একে সময়তে হাজিৰ হৈ আগৰ দৰে কুচ্‌কাৱাজ কৰি একে উত্তৰকে পাই বিৰক্তিৰে একে কথাকে কৈ উলটি আহিলো। কিন্তু মনত পৰিল কোনোবা এখন কাকতে লিখা "অস্পূৰ্য্যম্পৰ্শা অফিচাৰ"ৰ কথা।

তৃতীয় দিনা গৈ কাৰ্ড দিয়া মাত্ৰে তেখেতে মোক ভিতৰলৈ মতাই নি এনে আদৰ—আপ্যায়ন কৰিলে যে আগৰ অৱহেলা সম্পূৰ্ণে পাহৰিলো। নৈষধ চৰিতৰ কিবা এটা শব্দৰ তত্ত্ব কথা উলিয়াওঁতে তেখেতক এসপ্তাহ লাগিছে আৰু এই কেইদিন সকলো কামৰ বেমেজালি ঘটিল। চাহ-মিঠাইৰে আলহী সোধাৰ লগে লগে জনালে—"আপোনাৰ কথাটো ফোনেৰে অফিচত সুধি ঠিক কৰি থৈছো। বেতন, কিতাপ আদিৰে টকা দহ হেজাৰ জমা পালে আমি এই শ্ৰেণীটো খুলিব পাৰিম। নহলে বিশ্ববিদ্যালয়ৰ ধন নাই বুলি বুজিব।"

সেই দিনাই ছিলং পাই, ফোনেৰে সময় ঠিক কৰি ৰাজ্যপালক লগ ধৰিলোগৈ। তেখেতে Discretionary Grant ৰ পৰা (আচুতীয়া ধনৰ পৰা) সেই টকা দিব খুজিছিল, কিন্তু কোনো বাধা পাই—পাব লগীয়া ঠাইৰ পৰা সহাৰি নাপাই—আমাৰ "আশাকলি ঢোপাতে সৰিল।"



সৌ সিদিনা বিশ্ববিদ্যালয়ৰ টেইলাৰ চাহেবলৈকো লিখি কোনো উত্তৰকে নাপালো।



# নিজৰ ঠাইৰ কাহিনীত ৰাইজ সন্তুষ্ট হয়—নমুনা

## জখলা বন্ধা

লাইব্ৰেৰীৰ কথা কবলৈ আমি ৰাইজৰ লগলৈ আহিছো। আপোনাসকল জখলাবন্ধাত আছে। অতি দৰ্পী বজা ৰাৱণে নিজৰ ৰাজ্য লঙ্কাখন সোণেৰে ভৰাই পেলালে। গছে-গছে, পাতে-পাতে, গোটেইবোৰ সোণময়। সেইবাবে, ই স্বৰ্ণলঙ্কা। এই লঙ্কাৰ ৰজা ৰাৱণে তেত্ৰিশ-কোটি দেৱতা বন্দী কৰি, প্ৰতিজনকে কামত লগাইছিল। যেনে:—বায়ুদেৱতাই বতাহ দি বিচিছিল; অগ্নিদেৱতাই পোহৰ দিছিল, ৰন্ধা-বঢ়া কৰিছিল আৰু উত্তাপ দিছিল; বৰুণ দেৱতাই বৰষুণ দি শীতল কৰিছিল; কাৰ্ত্তিকে ৰণত লাগিছিল; গণেশে লেলেতিয়া কাৰ্য্যবোৰ যেনে—একেৰাহে লিখা কাম বা চাংকাকতিৰ কাম কৰিছিল; নাৰদে অ'ৰ কথা ত'ত লগাই ফুৰিছিল, অশ্বিনীকুমাৰ দ্বয়ে বেজ-জ্ঞানীৰ কাম কৰিছিল ইত্যাদি ইত্যাদি। এনেকৈ সুখে-সন্তোষে

দিন গৈ আছিল। পাচে, সকলোৱে খপ্‌খপাই উঠি গৈ স্বৰ্গ পাব পৰাৰ বুদ্ধিৰে ওখ জখলা এটা বাৰণ-ৰজাই বন্ধাব খুজিছিল। আধাখিনি হওঁতে-নৌহওঁতে ৰামচন্দ্ৰৰ সৈতে তয়াময়া যুঁজ লাগিল আৰু এই জখলা বন্ধাতেই ৰ'ল।

এতিয়া চাওক, আপোনাসকল এই স্বৰ্ণলঙ্কাত বসতি কৰিছে আৰু ইয়াত দেৱতাসকলে বহতিয়া হৈ আছে কিন্তু তেতিয়াৰ জখলা সম্পূৰ্ণ হবলৈ আপোনাক আমাক সৃষ্টি কৰিছে। আমি প্ৰত্যেকে যদি পুথিভঁৰালৰ কাম কৰো আৰু এক জয়ধনী পুথিভঁৰালে পাতিব পাৰো, তেন্তে এই জখলা বন্ধা হ'ব। এখন পুথিৰ ওপৰত, আন এখন থৈ দমাই দমাই, আমি পৃথিৱীৰ পৰা স্বৰ্গ-চোৰা কৰিব পাৰিম।

নহলে, আমি হ'ম লঙ্কাৰ ৰাক্ষস—দাঁত নিকটোৱা, কাণ ঢপলা-ঢপল হোৱা, নিশাহত একোটা হাতী বাহিৰ ওলোৱা আৰু উশাহত উট ভিতৰ সোমোৱা "খাই কহ"। পুথিভঁৰাল সংগঠনৰ কাৰ্য্য কৰিলে, আমি ভক্ত হনুমানৰ দৰে মহাবীৰ হৈ একেজাপে অজ্ঞান-অবিদ্যা সমুদ্ৰ পাৰ হৈ, অসমীয়া জাতিৰ নিৰক্ষৰতাৰ মাজত চুৰ কৰি লুকাই থোৱা ৰামচন্দ্ৰ (মহতী) প্ৰাণ সাক্ষৰৰ প্ৰতীক লক্ষ্মী আই সীতা দেৱীক বিচাৰি পাই উদ্ধাৰৰ যত্ন কৰিম; আৰু অজ্ঞ সকলৰ প্ৰকৃত পৰিচয় পাবলৈ নিজৰ নেজত জুই লগাই গোটেই নিৰক্ষৰ লঙ্কা-দাহন কৰিম।



আহক, আমাৰ পিতৃ সকলে থৈ যোৱা নামৰ সাৰ্থকতা কৰো আৰু বহু পুণ্য ফলেৰে পোৱা জন্মভূমিৰ যথাৰ্থ সেৱা কৰো।

## "যম-দুৱাৰ"-গাওঁ

ৰাইজ,

আপোনাসকল যম দুৱাৰত। বহুপুণ্য ফলেৰে নিৰক্ষৰ বৈতৰণী নদী পাৰহৈ এই যম-দুৱাৰত থিত দিছেহি। নিৰক্ষৰতাৰ বৈতৰণী নদীত কিমান বানান-ঘৰিয়ালে খাবলৈ খেদি আহিছিল, শব্দ-কাৰ্পন্য হাঙৰে মুখ মেলি গিলিব খুজিছিল, ৰচনা-তিমিৰে পিঠিত তুলি লৈ বুৰ মাৰি তলি পোৱাওঁ পোৱাওঁ হৈছিল, তথাপি এইবোৰৰ হাত সাৰি যে সাক্ষৰৰ দুৱাৰ মুখত থিয় হ'ব পাৰিছে, সি আপোনাৰ অশেষ পুণ্যৰ ফল। সেয়ে নহলেনো আপুনিনো পুথিভঁৰাল সংগঠনত লাগেনে?

অথবা, আপোনাসকলে ৰাজযোগ বা অষ্টাঙ্গযোগ সাধনা কৰিব খুজিছে। অষ্ট অঙ্গ হৈছে—যম নিযম আসন প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান, সমাধি। আকৌ, যম হৈছে অহিংসা, সত্য-অস্তেয় ব্ৰহ্মচৰ্য্য অপৰিগ্ৰহ। অৰ্থাৎ

কায়-মন-বাক্যেৰে কাৰো কষ্ট নোপজোৱা হ'ল অহিংসা। সকলো অৱস্থাত সত্য কথা কোৱা। পৰৰ বস্তুত কোনো স্পৃহা হেঁপাহ নথকাই অস্তেয়। কায়মনোবাক্যৰে মৈথুন-ত্যাগৰ নাম ব্ৰহ্মচৰ্য্য। কোনো অৱস্থাত, কাৰো পৰা কোনো দান, উপহাৰ আদি গ্ৰহণ নকৰাই অপৰিগ্ৰহ।

এই যমৰ দুৱাৰত থিত দি, আপোনাসকলে ক্ৰমে বাকীবোৰ কৰি যাব খুজিছে। খুজিলেই নহব, আপোনাসকল তাৰ উপযুক্ত হ'ব লাগিব। কিহে আপোনাক উপযুক্ত কৰিব? একমাত্ৰ পুথিভঁৰালে। পুথিভঁৰালে আপোনাক চতুৰ্বৰ্গ সাধনৰ উপায় দিব—ধৰ্ম্ম, অৰ্থ, কাম মোক্ষ সকলো দিব।

প্ৰতিক্ষণ কিতাপে কৈছে, মোৰ বকলা বা বেটুপাত গুচাই লোৱা—কি দেখিবা? কিছুমান আখৰ কি কৰিছে সিবোৰে? সিবোৰে কৈ আছে কিবা ক'বলৈ। কিনো? দেশ-বিদেশৰ বাতৰি, জ্ঞান-বিজ্ঞানৰ কথা, নৰ-নাৰী সংবাদ, আবিষ্কাৰ গৱেষণাৰ তথ্য। সৌৱা কঁও, কঁও কৈ কৈ আছে সুধিলেই ক'ব। সোধক। কেনেকৈ? সুধিব জানিব লাগে, এই জনাটোৱেই হ'ল সাক্ষৰতা। সাক্ষৰ নহলে দিনতে কণা, কাণ থাকিও কলা, মুখ থাকিও বোবা, চকু থাকিও অন্ধ, হাত-ভৰি থাকিও জঠৰ। প্ৰত্যেকে নিজে সাক্ষৰ হওক; তেতিয়া জগৎখন সাক্ষৰ হ'ব ;—আব্ৰহ্মস্তম্বপৰ্য্যন্ত এই এটা কথা। নিৰক্ষৰৰ ঠাই নাই—নিৰক্ষৰক ভতুৱা কুকুৰেও



নিদিয়ে—এই দুৰূহ বৈতৰণী পাৰ হৈ এই যমদুৱাৰৰ ষ কেনেকৈ পাবহি?



## দেৰগাওঁ

আমি আপোনাসকলৰ মাজত পৰি নিজক ধন্য মানিছো। ওচৰতে সৌ শিৱদেৱালয়—নেঘেৰিটিং, য'ৰ ফুল-নিৰ্ম্মালি সেৱক সকলে লৈ গৈ আহোম ৰজাক ওঠৰ-বিশ মাইল বাট কুৰি-বাই নিতে যোগাইছিল।

সেই সময়ত ইয়াত বোধকৰো ধেৰ গাওঁ আছিল। সেই ধেৰ গাওঁৰ পৰাই "দেৰগাওঁ" হৈছে। বা, ই দেৱৰ—দেৱতা সকলৰ গাওঁ।

আমাৰ সৰুকালতে "দেৰগাওঁ"—ই তাচ্ছিল্যৰ শব্দ আছিল। "দেৰগাওঁৰ" নটীনী—চৰিত্ৰহীনা বেশ্যা বুলিছিল। সেইবাবে, "দেৰগঞাঁ গান" বুলিলে এটা অস্পৃশ্য কাণ্ড বা অসজ আনন্দ বুলি বুজিছিলো। এইবোৰ দেখা আমাৰ মনত নপৰে।

কিন্তু লাহে-ধীৰে পঢ়ি-শুনি দেখিলো যে 'নটীনী' শব্দ তেনে অস্পৃশ্য নহয়। "বসন্ততিলক" নাটকত বেশ্যা "বসন্ত" এক সুন্দৰী—নৃত্য গীত-পৰায়না—ৰজাৰ সঙ্গিনী সম্মানী জন। ভাৰতনৃট্যৰ বহুতো অঙ্গীভঙ্গী, মুদ্ৰা প্ৰদৰ্শন

এই বেশ্যাৰে। দক্ষিণ ভাৰতত দেখা মন্দিৰৰ গাত থকা দৃশ্যবোৰ এই বেশ্যাৰে পটুতা। তেওঁলোকক বুলিছে "দেৱদাসী"—দেৱতাৰ সেৱিকা। সেৱক-সেৱিকা হ'বলৈ বহুতো গুণৰ প্ৰয়োজন। মহাভাৰতৰ ৰাজসূয় যজ্ঞত যাই সেৱক আছিল অৱতাৰী পুৰুষ স্বয়ং শ্ৰীকৃষ্ণ। হিন্দুৰ চাৰি জাতিৰ প্ৰত্যেকৰ স্থান নিৰ্ণয় কৰা আছে। ই জাতিভেদ নহয়—ই বৰ্ণভেদ। কোনো ওখ নহয়, কোনো তল নহয়। প্ৰত্যেকে পোতা পুখুৰীত বাক্‌ৰজা, যদি স্বধৰ্ম্ম ৰক্ষা কৰে। এয়ে নহলে তেওঁৰ পতন হয়। আপোনাৰ ৰান্ধনি বামুণ আৰু পণ্ডিত জৱহৰলাল একে নহয়। শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ বা ডাঃ বাণীকাকতি লগুণ নোহোৱা বামুণ। সেইদৰে এই দেৱদাসীসকল প্ৰসাধন-নৃত-গীত-সুৰ-লয়-মান আদিত পাকৈত। এই সাধনাত গোটাই ভাৰতৰ বহুলোক ব্যাপৃত আছিল। বাদক-সংযোজক আদি পুৰুষো আছিল। এই কৃষ্টি বা সংস্কৃতি চলিছিল উজনীৰ এই দেৱগাঁৱত আৰু নামনিৰ কামাখ্যা পীঠত আৰু ডুবৈত।

উচ্চ কলাবিদ্যা চৰ্চ্চা কৰোতা আপোনাসকলৰ মাজত পুথিভঁৰাল নাই বুলিলে বিশ্বাস কৰিবলৈ টান পাওঁ। নিশ্চয় কোনোবা চুকে-পাঁজৰে আছেই। যদিহে নাই বা আছে বুলি নেজানে তেন্তে অতিশীঘ্ৰে চুবুৰীয়ে পতি একোটা পুথিভঁৰাল পাতক—আপোনাসকলৰ ইয়াত ঘৰেপতি একোটা পতাহে বাঞ্চনীয়—হাজোত এনে কৰিব বুলি আমি আশা



ছো। কোনো ঠাইত মুদ্ৰা-চৰ্চ্চা হওক, কোনো ঠাইত ...-চৰ্চ্চা হওক, কোনো ঠাইত সঙ্গীত চৰ্চ্চা হওক—এইদৰে সকলো বিধৰ চৰ্চ্চা হলে, আমাৰ পুথিভঁৰালে মনে-মনে থাকিব নোৱাৰে। জয় হিন্দ্!!

---

## কৰিমগঞ্জ

### ইংৰাজীত

আপোনা সকলৰ মাজলৈ আহিব পাৰি ধন্য মানিছো। কাৰণ, ইয়াতে আমাৰ নিজা কিছুমান পুৰণি কথা ৰৈ আছে। মই ইয়াৰ নটীখালৰ কথা ক'ব খুজিছো। আহিছিলো ১৯২১ চনত হবলা ইয়াত বহা শিক্ষা সভাত (Education Conf.) যোগ দিবলৈ। তেতিয়া মই চফল ডেকা—অলপো অন্যায় সহ্য কৰিব নোৱাৰো। তেতিয়াৰ ডাইৰেক্টাৰ কনিংহাম চাহেবে অসমীয়াৰ অবাঞ্চনীয় কাৰ্য্য কৰিছিল। সেইবাবে, এটা প্ৰস্তাৱেৰে তেওঁৰ ওপৰত গৰিহনা (Vote of censure) দিবলৈ অনুমতি বিচাৰিলো। সেই সভাৰ সভাপতি ৰায় চাহেব করুণাকান্ত দাসগুপ্তই এই প্ৰস্তাৱ ডাঙি ধৰিবলৈকে নিদিয়ে। মই তেখেতৰ প্ৰিয় ছাত্ৰ হৈ এনে প্ৰস্তাৱ কৰা দেখি মেজত থকা লাখুটিডাল তুলি লৈ ক'লে—"তুমি এনে কথা

কোৰাৰ বাবে মই সভাৰ্থকে এৰিলো।" তেওঁ দিলেই—লগৰ সঙ্গী সকলে ছেঃ ছেঃ ছাঃ ছাঃ কৰি মে বলেৰে বহুৰাই দিলে। "গৰিহনা-প্ৰস্তাৱ" নবৰ্ত্তিল কিন্তু ভবিষ্যত ঘোৰ অন্ধকাৰ হৈ ৰ'ল।

ক'বখোজা এই নটীখাল আমাৰ দিখৌ-মান বহল। কিন্তু তাৰ ওপৰত যাতায়ত কৰিব পৰা দলং আছে শিৱসাগৰৰ এই দিখৌৰ ওপৰত এনে এখন দলং কৰিবলৈ তেতিয়াৰ MLC টি,পি-চলিহা বন্ধুবৰক ধৰিলোগৈ। তেওঁ আমাৰ কথাকে সাৰোগত কৰি কাউঞ্চিলত দলং এখন সজাৰ প্ৰস্তাৱ কৰিলে। তেতিয়াৰ চীফ ইঞ্জিনীয়াৰ মিষ্টাৰ বৰ্ণ ছে ই কতনো কটু কথা শ্ৰীযুত চলিহাক শুনালে, তেওঁ পাচত বেজাৰ কৰি আমাক দেখুৱাইছিল। কংগ্ৰেছৰ দিনত হৈ গ'ল।

পাচে, কবলৈ দুখহে লাগে টকীঘৰৰ ওচৰত অবাইচ মাত মতা শুনি আমি দুখ প্ৰকাশ কৰি ডেকা সকলক দু-আষাৰ ক'লো। কোনোৱেই আমাক অপমান নকৰিলে। তেনেকুৱা অঘাইতং লৰাকে লগত লৈ অ'ত-ত'ত কিতাপ খুজি সেই বেয়া মাত মতা ঠাইৰ ওচৰৰ এজন বিশিষ্ট কৰ্ম্মীৰ ঘৰত এটা পাঠ চক্ৰ খুলি দিয়া হৈছে—আশা কৰো এতিয়াৰপৰা ভাল হ'ব। স্থানীয় কলেজত কথা কৈ এটোৰাৰ পাচত কিছুমান ছাত্ৰ-ছাত্ৰীয়ে নিজে উপযাচি ইয়াৰ নিৰাকৰণ কৰিবলৈ গাত লৈছে।



তেওঁলোকে কথা দিছে যে ইয়াত গৃহ-লাইব্ৰেৰী ৰ আৰু থেপাথেপিকৈ পুথিভঁৰাল থাপি শিক্ষাবিস্তাৰৰ যত্ন কৰিব।

আমি দেখা ৰাজহুৱা পুথিভঁৰাল বৰ টনকিয়াল কিন্তু অসমীয়া কিতাপ সমূলি নাই। সৰ্ব্বজন সমাদৃত "কীৰ্ত্তন" "নামঘোষা"—"হেমকোষ" আদি থাকিলে আপোনাসকলৰ লাইব্ৰেৰী অপবিত্ৰ নহয়, বৰঞ্চ ই আৰু সু দৃঢ়হে হ'ব। এইদৰে বিনা বেতনৰ পৰিশ্ৰম আমাৰ সাৰ্থক হ'ব।

---

## সদৌ অসম লাইব্ৰেৰী সঙ্ঘৰ উল্লিখিত লোক সকল

### Part II.

১—বৰোদাৰ গুইকোঁৱাৰ ৰসৰাজ বেজবৰুৱা—2

২—লোকপ্ৰিয় ৰবদলৈ, মহিবুল্লা EAC—হৰমোহন দাস সৰ্বেশ্বৰ কটকী জলতি লহকৰ লবোৰাম দত্ত, অক্ষয় ঘোষ, ভগৱতী প্ৰসাদ, ৰামেশ্বৰ বৰুৱা—9

৩—জজ যোৱান বৰুৱা, S.D.O. বিষ্ণু হুৱৰা, কবি চৌধাৰী নন্দ উজানবজাৰ, প্ৰমোদ বৰ্মন পানবজাৰ, কুমাৰ যোগেন্দ্ৰ চেনীকুঠি মিঃ জে বৰুৱা—7

৪—হৰেন্দ্ৰ বৰুৱা, সম্পাদক।

৫—কালীৰাম মেধি—।

৬—বিষ্ণুৰাম মেধি ৰাজ্যপাল— ।

৭—G.A. Small.

৮—চন্দ্ৰকুমাৰ আগৰৱালা— ।

৯—কামাখ্যা ত্ৰিপাঠী, কামাখ্যা তেৱাৰী বিজয় ভাগৱতী—

১০—মিঃ জি— ।

১১—নকুল ভূঞা— ।

১২—মহীদাস, উপেন লিখাৰু, নীল বৰঠাকুৰ—চাৰু গোস্বামী, তীৰ্থ শৰ্ম্মা, বেণু শৰ্ম্মা, প্ৰভাত শৰ্ম্মা, শ্ৰীহাজৰিকা, গোবিন্দ শৰ্ম্মা বি টি, গঙ্গা গোস্বামী—10

১৩—ডাঃ বিৰিঞ্চি বৰুৱা, ডাঃ মহেশ্বৰ নেওগ, ৰাজ্যপাল শ্ৰীপ্ৰকাশ—3

১৪—মৌলানা কালাম আজাদ, বুঢ়াগোঁহাই—2

১৫—হুমায়ুন কবিৰ, দেবেশ্বৰ শৰ্ম্মা, সুৰেন্দ্ৰ ভঁৰালী—3

